# আদৰ্শ ভু-পৰিচয়




শ্ৰীজ্ঞানৰঞ্জন মিত্ৰ

*Prescribed as a Text Book for Classes II & III of Assamese H. E., M. E. & Vernacular Schools*

অসমীয়া

# আদর্শ ভূ-পৰিচয়

## প্রথম ভাগ


শ্রীজ্ঞানৰঞ্জন মিত্র প্রণীত



একাদশ তাঙবণ

[ পৰিবৰ্দ্ধিত ও সংশোধিত ]

SOLE AGENT

**HIRALAL DUTTA**

*Cotton Library, Dacca.*

১৯৩১




[ বেচ ।৵০ অনা মাথোন

প্ৰকাশক
শ্ৰীঅজিতকুমাৰ মিত্ৰ
বেচ্‌ভিউ, শিলং



কটন লাইব্ৰেৰী, ঢাকা

PRINTED BY
**S. A. Gunny,**
*at the Alexandra S. M. Press, Dacca.*




# PREFACE

In compliance with the instructions conveyed in D. P. I.'s letter No. 121B/1T-1(2)/30, of 29th January 1931, Assamese Adarsha Bhuparichay, Part I, has been thoroughly revised and enlarged to conform to the syllabus of 1927 and brought up to date. The book in its present form will, it is hoped, find still greater favour than it usually did with teachers and pupils alike.

SHILLONG,
*July 1st, 1931.*  **J. R. Mitra.**



# সূচী

## প্ৰথম ভাগ

# আদৰ্শ ভূ-পৰিচয়

## ছবি ও নক্সা




এই ছবি দুটাৰ কোনটো কি বস্তু দেখিয়েই চিনব পৰা যায়। আচল কিতাপটো আৰু বটলটোৰ তুলনাত সেই ছবিবোৰ কিমান সৰু বুজিব পাৰা। এট কিতাপ আৰু এটা বটল কিমান ঠাইজুৰি থাকে চোৱা যাওক। টেবুলৰ ওপৰত এটা কিতাপ আৰু এটা বটল থৈ দুয়োটাৰে চাৰিওপিনে চকেৰে ঘুৰাই ৰেখা টানা। কিতাপটো আৰু বটলটো তুলি আনিলে যি নক্সা আঁকা হৈছিল তাৰ পৰা কিতাপে আৰু বটলে কিমান ঠাই জুৰি আছিল বুজিব পাৰিবা, আৰু সিহঁতৰ তলিৰ আকাৰ কেনেকুৱা সেইটো ভালকৈ বুজিব পাৰিবা। এতেকে ছবি ও নক্সাৰ কি প্ৰভেদ কব পাৰানে ?

### পঢ়া কোঠালীৰ অনুমানিক নক্সা

তোমালোকে তোমালোকৰ শ্ৰেণীৰ কোঠালীটোৰ নক্সা আঁকিব লাগিব। কিতাপ আৰু বটল টেবুলৰ ওপৰত থৈ

চাৰিওফালে পেঞ্চিল বা চক ঘুৰাই নক্সা আঁকিব পাৰি। তোমালোকৰ শ্ৰেণীৰ কোঠালীটো সেইদৰে আঁকিব পৰাতো সম্ভব নহয়। কাজেই শ্ৰেণীৰ কোঠালীটো যিমান ডাঙৰ তাৰ তুলনাত তাৰ নক্সা অতি সৰুকৈ আঁকিব লাগিব। অলপ চিন্তা কৰি চালেই বুজিব পাৰিবা যে পঢ়া কোঠালীৰ নক্সা কিতাপৰ নক্সাৰ দৰেই হব। কোঠালীটোৰ যিফালে দীঘল বেচি সেইফালে ৰেখাটো অলপ দীঘলকৈ টানিব লাগিব। আৰু যিফাল তাতকৈ কম সেইফালে অলপ চুটিকৈ টানিব লাগিব। ঘৰটোৰ যিফাল দীঘল সেই ফালক দীঘ্ আৰু যিফাল তাতকৈ ঠেক সেই ফালক পুতল বোলা হয়। কোনো কোনো কোঠালীৰ দীঘ্ আৰু পুতল সমান। এনেকুৱা কোঠালীৰ চাৰিওফাল সমান হব। যেই হওক অনুমান কৰি তোমালোকে তোমালোকৰ পঢ়া কোঠালীৰ মোটামুটিকে এখন নক্সা আঁকিব পাৰা। এই অনুমানিক নক্সাৰ দ্বাৰাই তোমালোকৰ পঢ়া কোঠালীটোৰ ভেটীৰ আকাৰ কেনেকুৱা সেইটো বুজাব পৰা যায়, কিন্তু দৰাচলতে সেইটো কিমান ডাঙৰ তাক বুজিব পৰা নে যায়; সেই কাৰণে পঢ়া কোঠালীৰ আয়তন ঠিককৈ বুজাবৰ কাৰণে অইন উপায় ধৰব লাগিব।

### স্কেলৰ সহায়েৰে নক্সা আঁকা

তোমালোকৰ "ফুটৰুল" বা ফুট জোখা "স্কেল" আছে। ১২ ইঞ্চিত এফুট হয়। ফুটজোখা স্কেলত এক ইঞ্চিৰ আঁতৰে আঁতৰে চিন দিয়া আছে। এক ইঞ্চিক আধা কৰি আৰু আধা



ইঞ্চিক সমানে পাঁচ ভাগ কৰি সৰু সৰুকৈ দাগ দিয়া আছে। তোমালোকৰ শ্ৰেণীৰ কোঠালীটোৰ দীঘলে ১০ হাত পুতলে ৮ হাত। এতিয়া এক ইঞ্চিত দুহাতৰ সমান বুলি ধৰ ললে কোঠালীটোৰ ভেটীৰ নক্সা দীঘলে ৫ ইঞ্চি আৰু পথালিয়ে ৪ ইঞ্চি কৰি যে আঁকিব লাগিব সেইটো ভালকৈ বুজিব পাৰিবা। তোমালোকে স্কেলৰ সহায়েৰে এনেকুৱা ৫ ইঞ্চি দীঘল আৰু ৪ ইঞ্চি বহল এখন নক্সা আঁকি তাৰ তলত "১ ইঞ্চি ২ হাতৰ সমান" এই কথা লিখি থৈ যদি কাৰাবাক কোৱাঁ যে এইখন তোমালোকৰ পঢ়া কোঠালীৰ নক্সা তেনেহলে তোমালোকৰ পঢ়া কোঠালীটোৰ দীঘলে ১০ হাত আৰু পথালিয়ে ৮ হাত সেইটো বেচকৈ বুজিব।

এইদৰে স্কেল্ ঠিক কৰি লৈ তোমালোকে তোমালোকৰ স্কুলঘৰ আদিৰ নক্সা আঁকিব পাৰিবা।

## দিক্ নিৰ্ণয়

কোনো ঠাইৰ শুদ্ধকৈ নক্সা আঁকিব লাগিলে তাৰ কোনফালে কি আছে সেইটো জনা আবশ্যক।

সাধাৰণতঃ যি ফালে সূৰ্য্য ওলায় সেই ফালক **পূৰ্ব্বদিক্** বা পূব আৰু যি পিনে মাৰ যায় তাক **পশ্চিমদিক্** বা **পশ্চিম** বোলে। পূবলৈ মুখ কৰি থিয় হলে সোঁহাতে দক্ষিণ, বাঁওহাতে উত্তৰ আৰু পাঁচফালে **পশ্চিম** হয়। উত্তৰ আৰু

পূৰব সোঁমাজত ঈশান-কোণ, পূব আৰু দক্ষিণৰ সোঁমাজত অগ্নি-কোণ, দক্ষিণ আৰু পশ্চিমৰ সোঁমাজত নৈঋত-কোণ,




আৰু পশ্চিম আৰু উত্তৰৰ সোঁমাজত বায়ু-কোণ।

ইয়াৰ বাহিৰে উৰ্দ্ধ আৰু অধঃ নামেৰে আৰু দুটা দিকৰ কথা কোৱা হয়। পোনহৈ ঠিয় হলে মুৰ উৰ্দ্ধদিকে আৰু ভৰি অধোদিকে থাকে।

এতেকে এটাই বিলাক মিলি দহ দিক্ হয়।

কম্পাচ্ নামে এবিধ যন্ত্ৰ আছে। তাৰ ভিতৰত চুম্বকৰ এডাল কাটা থাকে। এই কাটা ডালৰ বৰ আচৰিত গুণ এই যে, সকলো সময়তে উত্তৰ দক্ষিণ মুৱা হৈ থাকে। ৰাতি বা ডাৱৰীয়া বতৰত এই কাটা চাই দিক্ নিৰূপণ কৰিব পাৰি। নাৱিকবিলাকে সাগৰত এই যন্ত্ৰৰ দ্বাৰাই দিক্ নিৰ্ণয় কৰে। যি বিলাক সৰু সৰু কম্পাচ্ দু অনা তিনি অনাত বিক্ৰী হয় তাক



“পকেট্ কম্পাচ্” বোলে। ইয়াৰেও দিক্ নিৰ্ণয় কৰিব পাৰি। উত্তৰ ফালে মুখ কৰি থিয় হলে সোঁহাতে পূব আৰু বাওঁ হাতে পশ্চিম দিক্ হয়।




## স্কুল ঘৰৰ নক্সা অঁকা

প্ৰথমতে স্কুল ঘৰৰ আৰু স্কুল কম্পাউণ্ডৰ ভিন্ ভিন্ ঠাইৰ দীঘ, পুতল নিৰ্ণয় কৰি লোৱা, কাগজখন আগত থৈ স্কুলৰ চাৰি দিকৰ মিল কৰি চাৰিদিকৰ নাম লিখা, তাৰ পিচত স্কেল্ ঠিক কৰিলৈ নক্সা আঁকিবলৈ ধৰা।

[ শিক্ষক মহাশয়ে লৰাবিলাকক স্কুল ঘৰ আৰু স্কুল কম্পাউণ্ডৰ প্ৰত্যেক ভাগৰে দীঘ আৰু পথালি জুখি লবলৈ কব। প্ৰত্যেক ভাগৰে দীঘ পুতল জোখা হলে শিক্ষকে লৰাবিলাকক ক্লাচলৈ আনি টেবুলৰ ওচৰত গোটাই লব আৰু নিজে প্ৰথমতে ডাঙৰ স্কেলেৰে স্কুল ঘৰৰ নক্সা আঁকিব। আৰু পিচত নিজ নিজ কাগজত তাতকৈ সৰু স্কেলেৰে গোটেই স্কুলঘৰ আৰু স্কুলৰ কম্পাউণ্ডৰ নক্সা আঁকিবলৈ দিব। স্কুল ঘৰৰ নক্সাত দুৱাৰ, খিৰিকি, মেজ, চকি, বেঞ্চ্ আদিৰ থকা ঠাইও চিনদি দেখুৱাব লাগিব। এটাৰ পৰা আনটো কিমান দূৰত আছে জুখি স্কেল্ অনুসাৰে এটা এটাকৈ বহুৱাই যাব লাগিব। শিক্ষক মহাশয়ে নিজে অঁকা নক্সাৰ নমুনাৰে লৰা বিলাকক স্কেল্ সৰু ডাঙৰ দেখুৱাই দি নিজ নিজ বহিত তেনেকুৱা নক্সা আঁকিবলৈ কব। ]

## গাওঁ

গাওঁ—মানুহে সচৰাচৰ একেলগে বাস কৰাটো সুবিধা যেন ভাবে। এই কাৰণে কেবা পৰিয়ালো একে ঠাইতে ঘৰদুৱাৰ সাজি থাকে। এনেকৈ কেইবা ঘৰো জুম বান্ধি থকা ঠাইক চুক বা চুবুৰী বা পাৰাও বোলে। এনে কেইবাটাও চুবুৰীক একেলগে গাওঁ বোলে। একে জাতিৰ আৰু একে ব্যবসায়ৰ বহুত মানুহ গোটখাই থকা চুবুৰীৰ



অধিকাংশ মানুহৰ জাত বা ব্যৱসায় লৈয়েই চুক বা চুবুৰীৰ নামকৰণ হয়; যেনে—বামুন-চুক, কুমাৰ-চুক ইত্যাদি। একোখন গাওঁ অনেক চুবুৰীৰ সমষ্টি, কাজেই তাত নানা জাতিৰ লোক বাস কৰে।

মৌজা—চৰকাৰী কাম আৰু শাসনপ্ৰণালী আদিৰ সুবন্দবস্তৰ কাৰণে গবৰ্ণমেণ্টে কেইবাখনো গাওঁ গোট খুৱাই একোটা মৌজা কৰিছে। এই মৌজা পুৰুষানুক্ৰমে চলাবলৈ একোজন বিষয়া নিযুক্ত কৰে। তেওঁক মৌজাদাৰ বোলে। মৌজাদাৰে কমিচন লৈ গোটেই মৌজাৰ খাজনা তুলি গভৰ্ণমেণ্টৰ ঘৰত শোধায়। গভৰ্ণমেণ্ট এই টকাৰেই দেশৰ প্ৰায় সকলো খৰচ চলায়। ৰাজহ তোলাৰ বাহিৰেও মৌজাদাৰে মাটীৰ পটাত নামজাৰী বা খাৰিজৰ আৰু সৰু মামলা মোকৰ্দ্দমা বিচাৰ কৰিবৰ ভাৰ পায়।

পঢ়াশালি—প্ৰায় প্ৰত্যেক গাৱঁতেই একোখন পঢ়াশালি আছে। ডাঙৰ গাওঁ বিলাকত মজলীয়া ছাত্ৰবৃত্তি আৰু মাইনৰ স্কুলো থাকে। নানা জাতিৰ লৰাছোৱালীবিলাকে একে পঢ়াশালিতে মিলিজুলি লিখাপঢ়া শিকে।

হাট—প্ৰায় সকলো গাৱঁতেই এখন এখন সৰু দোকান থাকে। কোনো কোনো ঠাইত সদাই বজাৰ বহে আৰু কোন কোন ঠাইত সপ্তাহৰ ভিতৰ দুদিন বা এদিন হে এখন ডাঙৰ বজাৰ বহে, তাক হাট বোলে। এই হাটলৈ ওচৰৰ গাওঁ ভূঁইৰ মানুহবোৰ বেচাকিনা কৰিবলৈ আহে। এই

হাটবোৰ বছৰি নিলাম হয়। নিলামত লোৱা মানুহজনে বৰ বেচা মানুহবিলাকৰ পৰা কোনো এটা নিৰিখমতে খাজনা আদায় কৰে, তেওঁক হাটখোৱা বোলে।

ডাকঘৰ—কেইবাখনো গাৱঁৰ ভিতৰত একোটা ডাকঘৰ থাকে। ডাকঘৰৰ প্ৰধান কৰ্ম্মচাৰীজনৰ নাম পোষ্ট্‌মাষ্টৰ। প্ৰত্যেক ডাকঘৰত একোটা চিঠি দিয়া বাকচ্ থাকে; তাৰ ভিতৰত চিঠি সুমাই দিব লাগে। পোষ্ট্‌মাষ্টৰে চিঠি বিলাক বাচি আৰু মোহৰ মাৰি যলৈ পঠাব লাগে পঠায় ডাকঘৰলৈ অহা চিঠি বিলাক হৰকৰা বা পিয়নক গটাই দিয়ে। পিয়নে ঘৰে ঘৰে গৈ চিঠিবোৰ বিলি কৰে।

### গাৱঁৰ নক্সা

স্কুলকে কেন্দ্ৰ কৰি চহৰ বা গাৱঁৰ নক্সা আঁকিব লাগে। প্ৰথমতে স্কুল বা পঢ়াশালিৰ পৰা ডাকঘৰ, থানা, ষ্টেচন বা জাহাজঘাট, বজাৰ, নামঘৰ, মচজিদ্, ডাঙৰপুখুৰী, পাহাড়, নৈ, বিল আদি কিমান দূৰৈত সেইটো জানিব লাগিব। পঢ়াশালিৰ পৰা এই বিলাকলৈ যাব পৰা ডাঙৰ ডাঙৰ আলিবাটবিলাক জুখি লব। জোখৰ তুলনাতে এঠাইৰ পৰা আন ঠাইলৈ কিমান দূৰৈ তাকো অনুমান কৰি লব। স্কুল বা পঢ়াশালিত ফিটা বা শিকলি একো নেথাকিলে ৭৫ বা ১০০ ফুট দীঘল এডাল জোখজৰী তৈয়াৰ কৰি লব। এক ইঞ্চিক অন্ততঃ ৪০০ ফুটৰ সমান বুলি ধৰি এই নক্সা আঁকিব।



( বৰ ডাঙৰ ঠাইৰ নক্সাক মানচিত্ৰ বা মেপ্ বোলে। গাঁৱৰ মানচিত্ৰত গাৱঁৰ বাট পদূলী, হাট বজাৰ, ৰেল বা জাহাজৰ ষ্টেচন আদিৰ ঠাই চিন দি দেখুউৱা হয়। তোমালোকে যি জিলাৰ মানচিত্ৰ দেখিছা তাত ডাঙৰ ডাঙৰ গাওঁ বিলাক এটা এটা সৰু চিনদি দেখুউৱা হৈছে। মানচিত্ৰত নৈ, পৰ্ব্বত ইত্যাদি কেনেকৈ চিন্ দি দেখুৱাইছে চোৱাঁ। বেৰত আঁৰি থোৱা মানচিত্ৰৰ ওপৰ ফাল উত্তৰ তলৰ ফাল দক্ষিণ সোঁহাতৰ ফাল পূব আৰু বাঁও হাতৰ ফাল পশ্চিম বুলি জানিবা)

এই খিনিতে তোমালোকে আৰু এটা কথা জনাৰ আবশ্যক। কোনো ঠাইৰ পৰিচয় দিবলৈ হলে সেই ঠাইৰ চাৰিওফালে যি উল্লেখযোগ্য আছে সেই বোৰৰ নাম কব লাগে। কোনো ঠাইৰ এনে বৰ্ণনাকে তাৰ চাৰিসীমা বা চৌহদ বোলা হয়। তোমালোকৰ গাৱঁৰ উত্তৰে, পূবে,দক্ষিণে ও পশ্চিমে নৈ',জান, পৰ্ব্বত বা অইন গাওঁ যি ফালে যি আছে তাৰ নাম কলেই চাৰিসীমা বৰ্ণনা কৰা হব।

## ভূমিৰ গঠন

ভূ-বৃত্তান্ত শিকাৰ আগেয়ে ভূমিৰ গঠন সম্বন্ধে জ্ঞান থকা আৱশ্যক। ভূমিৰ গঠনভেদত ভিন্ ভিন্ ঠাইৰ যি বিলাক বেলেগ নাম দিয়া হয় সেই বোৰো জানিব লাগে।

মাটিৰ ওপৰথন সকলো ঠাইতে সমান নহয়; কোনো কোনো ঠাই ওখ আৰু কোনো কোনো ঠাই চাপৰ। যি ভূমি ভাগৰ ওপৰথন সমান অর্থাৎ ওখ-চাপৰ নহয় তাক **সমতল ভূমি** বোলে। অতি ওখ শিলাময় ঠাইক **পর্ব্বত** বোলে। কিছু সৰু আৰু চাপৰ পর্ব্বতক **পাহাড়** বোলে। সাধাৰণতে ৬০০০ ফুটতকৈ চাপৰ প্রর্ব্বতকে পাহাড় বুলি ধৰা হয়। পর্ব্বত বা পাহাড়ৰ এটাইতকৈ ওখ ভাগক **শৃঙ্গ** বা **টিঙ্** বোলে। ৬০০০ ফুটতকৈ চাপৰ টুকুৰা পাহাড়ক **টিলা** বোলে। যি ওখ ভূ-খণ্ডৰ ওপৰ ভাগ সমতল তাক **মালভূমি** বা **অধিত্যকা** বোলে। মালভূমি দেখিবলৈ মূৰ চকলিয়াই পেলোৱা পাহাড়ৰ নিচিনা। চাহ-বাগিচা বিলাক প্রায়েই কিছু চাপৰ মালভূমিৰ ওপৰত কৰে। দুটা বা দুশাৰি পাহাড়ৰ মাজত থকা চাপৰ ভূ-খণ্ডক **উপত্যকা** বোলে পথাৰৰ মাটি ঘৰদুৱাৰ সাজি থকা মাটিতকৈ দ, বাৰিষা পথাৰ পানীৰে প্রায় তল যায়। কোনো কোনো পথাৰ এনে দ যে গোটেই বচৰেই তাত পানী থাকে। ডাঙৰ ডাঙৰ পানী বন্ধ যোৱা ঠাইকে **বিল** বোলে। চাৰিওফালে থলেৰে আগুৰি থকা স্বাভাবিক পানীভাগক **হ্রদ** বোলে।

পর্ব্বতৰ এধলীয়া ফালে যি সঙ্কীর্ণ পানীৰ সোঁত বৈ যায় তাক **ঝৰণা** বোলে। বৰ ওখ পর্ব্বতৰ ওপৰ ভাগ সদায় বৰফেৰে ঢকা থাকে। জহকালি এই বৰফ গলি পর্ব্বতৰ মাজেদি বৈ গৈ ঝৰণাৰ সৃষ্টি কৰে। দুই চাইটা ঝৰণা একেলগে লগলাগি এক



বাটেই উপত্যকাৰ (দুটা পর্ব্বতৰ মাজৰ সমান ঠাইৰ নাম উপত্যকা) মাজে দি ক্রমান্বয়ে তলৰ ফালে বৈ যায়। ডাঙৰ পানীৰ সোঁতকে আমি **নৈ** বোলো। পর্ব্বতীয়া ঠাইত নৈ বৰ বহল নহয়। কিন্তু নৈ সমথলৰ ফালে বৈ আহোতে অনেক সৰু সৰু নৈ বাটত লগলাগি বৰ বহল হয়হি। বিলৰ কিছু পানী জান আদিয়ে দি ওলায় যায়। সেইদৰে ডাঙৰ হ্রদৰ পৰাও পানীৰ সোঁত বৈ গৈ নৈৰ সৃষ্টি কৰে। কোনো কোনো ঠাইত নৈ বৰ ওখ ঠাইৰ পৰা বৰ বেগেৰে তলত পাৰে এই দৰে পানী পৰাৰ নাম **জলপ্রপাত**। জলপ্রপাতৰ দৃশ্য অতি সুন্দৰ। নৈ পর্ব্বতৰ পৰা ওলায় সাগৰ বা হ্রদত পৰিলেই নৈৰ গতিপথ শেষ হয়। অতি বহল লুনীয়া পানী ভাগৰ নাম **মহাসাগৰ**। সবাতকৈ সৰু লুনীয়া পানীভাগৰ নাম **সাগৰ**। প্রায় চাৰিউপিনে থলেৰে বেৰা সাগৰৰ অংশক **উপসাগৰ** বোলে; সাগৰৰ দাঁতিৰ ভূভাগৰ নাম **উপকূল**। যি সৰু নৈ বৈ আহি কোনো ডাঙৰ নৈৰ লগত মিলেহি তাক **উপনদী** বা **উপনৈ** বোলে। যি নদী কোনো ডাঙৰ নৈৰ পৰা ওলাই সাগৰ নাইবা হ্রদত পৰেগৈ তাক **শাখানদী** বা **শাখানৈ** বোলে। সাগৰৰ যি ঠাইত নৈ পৰে গৈ তাক নদীৰ মুখ বা **মোহনা** বোলে। কোনো নদী বা উপনদীয়ে যি ভূভাগৰ বৰষুণৰ পানী বোৱাই লৈ যায়, সেই ঠাইক সেই নদী বা উপনদীৰ **অৱবাহিকা** বোলে। দুখন অৱবাহিকা বেলেগ কৰা ওখ ভূখণ্ডৰ নাম **জলচ্ছেদ**।

নৈৰ দাঁতিৰ বেহাবেপাৰৰ সুবিধাৰ ঠাইক **বন্দৰ** বোলে। সাগৰৰ ওচৰৰ বাণিজ্যৰ ঠাইৰ নাম **সামুদ্ৰিক বন্দৰ**।

---

## থানা, মহকুমা আৰু জিলা

শান্তিৰক্ষাৰ নিমিত্তে অৰ্থাৎ চুৰি ডকাইতি আদি গুচাবলৈ চৰকাৰ বাহাদুৰে নিযুক্ত কৰা লোকসকলক পুলিচ্ বোলে। এওঁলোক থকা নিৰূপিত ঠাইবিলাকৰ নামেই থানা। এখন থানাৰ আলমত প্ৰায় ২।৩ শ খন গাওঁ থাকে। থানাৰ প্ৰধান কৰ্ম্মচাৰী জনৰ নাম দাৰোগা বা চব্ ইন্‌স্পেক্টৰ। দাৰোগাৰ তলত কেইবাজনো কনিষ্টবল থাকে। (বঙ্গদেশত) কনিষ্টবলৰ উপৰিও গাওঁৱে গাওঁৱে একোজন চকিদাৰ আছে। চকিদাৰে ৰাতি হলে গাৱত পহৰা দিয়ে আৰু মানুহ বিলাকৰ গতিবিধি সম্বন্ধে দাৰোগাক জনায়। এই চকিদাৰৰ দৰ্ম্মহা প্ৰত্যেক ঘৰ মানুহৰ পৰা দুই এক অনাকৈ তুলি দিয়া হয়। ইয়াক চকিদাৰী টেক্স বোলে।

ডাক্তৰখানা বা আস্পতাল—থানাৰ নিচিনাকৈ ২।৩শ খন গাওঁৰ মাজত একোখন চৰকাৰী ডাক্তৰখানা বা আস্পতাল থাকে। ইয়াত থকা ডাক্তৰজনে পইচা নোলোৱাকৈ দুখীয়া মানুহক চিকিৎসা কৰে আৰু আৱশ্যক মতে দৰবাদি দিয়ে।

মহকুমা—দুই তিন বা তাতোকৈ বেচি থানাৰ এলেকাৰ মৌজাবোৰ গোট খুৱাই একোখন মহকুমা বা চব্‌ডিভিজন



পতা হয়। প্ৰত্যেক মহকুমাৰ শাসনৰভাৰ একোজন এচিষ্টেণ্ট্ কমিচনাৰৰ হাতত দিয়া হয়, তেখেতক চব্‌ডিভিজনেল্ অফিচাৰ বোলে। মহকুমাৰ শাসন কৰ্ত্তাজনে শিক্ষা, স্বাস্থ্য আৰু শান্তিৰক্ষা আদি সকলো বিষয়তে চকু ৰাখিব লাগে। মহকুমাৰ পুলিচ্ কৰ্ম্মচাৰীবিলাকে চব্‌ডিভিজনেল্ অফিচাৰৰ আদেশ অনুযায়ী কাম্‌কাজ চলায়। যি ঠাইত এচিষ্টেণ্ট্ কমিচনাৰ থাকে, তাক সেই মহকুমাৰ নগৰমহল বোলে। তেওঁ মহকুমাৰ অন্তৰ্গত থানা, গাওঁ, মৌজা আদি মাজে মাজে পৰিদৰ্শন কৰে।

মহকুমাৰ নগৰত এচিষ্টেণ্ট্ কমিচনাৰৰ এটা কাচাৰি ঘৰ থাকে; তাৰ আদালত বা বিভাগ তিনিটা—ৰেভিনিউ বা কালেক্টৰী দেৱানী আৰু ফৌজদাৰী। ফৌজদাৰী আদালতত চুৰি, ডকাইতি, মৰামৰি আদি মোকৰ্দ্দমাৰ বিচাৰ হয়। দেৱানী আদালতত স্থাৱৰ অস্থাৱৰ সম্পত্তি, টকাকড়ি আৰু মাটিবাৰী সম্পৰ্কে সকলো ৰকমৰ গোচৰ মীমাংসা হয়। কালেক্টৰী বিভাগত মাটিৰ নামজাৰী মোকৰ্দ্দমা আৰু খাজনা আদিৰ হিচাপ পত্ৰৰ তৌজি ৰখা হয়।

প্ৰত্যেক মহকুমাত স্থানীয় গণ্যমান্য মানুহবিলাকৰ একোখন সভা থাকে। তাক লোকেল ব'ৰ্ড বোলে। এই সভাই মহকুমাৰ ভিতৰৰ সকলো বাট-পথ, সাধাৰণ শিক্ষা, ডাক্তৰ খানা, খোৱা পানী প্ৰভৃতিৰ বন্দৱস্ত কৰে আৰু তত্ত্বাৱধান লয়। খাজনাৰ প্ৰতি টকাত এক অনাকৈ যি স্থানীয় কৰ বা

লোকেল্ বে'ট লোৱা হয়, সেইটো এই সভাৰ ভঁড়াললৈ আহে। সভাই ইয়াৰেই সকলো খৰচ চলায় আৰু মাজে মাজে গভৰ্ণমেণ্টেও সহায় কৰে।

মহকুমাৰ নগৰৰ আলি পদূলি, স্বাস্থ্য শিক্ষা, খোৱা-পানী, আদিৰ সুব্যৱস্থা কৰিবলৈ আন এখন সভা থাকে, তাৰ নাম মিউনিচিপেলিটি বা ইউনিয়ন। মিউনিচিপেলিটিৰ সভ্য কেজনমান গৱৰ্ণমেণ্টে মনোনীত কৰে আৰু বাকী কেইজন জনসাধাৰণে বাচি লয়। কিন্তু ইউনিয়নৰ সভ্য গৱৰ্ণমেণ্টেহে মনোনীত কৰি দিয়ে।

মহকুমাৰ নগৰত ডাঙৰ ডাক্তাৰখানা, ডাকঘৰ আৰু টেলিগ্ৰাফ অফিচ্ আৰু ওখ খাপৰ ইংৰাজী স্কুল থাকে। সেই স্কুলত পঢ়ি লৰাই মেট্ৰিকুলেচন্ পৰীক্ষা দিব পাৰে। প্ৰতি মহকুমাত এজনকৈ ডেপুটি ইন্স্পেক্টৰ থাকে। তেওঁ মহকুমাৰ এলেকাৰ পঢ়াশালিবোৰ পৰিদৰ্শন কৰে। তেওঁৰ তলত এজন বা ততোধিক চব্ইন্স্পেক্টৰ থাকে। নগৰত সদাই ডাঙৰ বজাৰ বহে তাত সকলো বস্তু কিনিবলৈ পোৱা যায়। ইয়াৰ বাহিৰেও সেই বজাৰতে সপ্তাহত দুই এবাৰ হাট বহে।

দুটা বা তাতকৈ বেচি মহকুমা গোট খুৱাই একোখন জিলা পতা হয়। ডাঙৰ এটা মহকুমাৰেও একোখন জিলা পতা হয়, যেনে নগাওঁ। যি জন ঘাই ৰাজ-বিষয়াৰ ওপৰত জিলাৰ শাসনভাৰ থাকে তেখেতক ডিপুটি কমিচনাৰ বোলে।



মহকুমাৰ শাসন কৰ্ত্তাবিলাক তেখেতৰ তলতীয়া। তেওঁলোকে যেনেকৈ মহকুমাৰ সকলো প্ৰকাৰৰ সুব্যৱস্থা কৰে, ডিপুটি কমিচনাৰেও তেনেকৈ জিলাৰ শিক্ষা, স্বাস্থ্য, শান্তিৰক্ষা আদি যাৱতীয় বিষয়ৰ সুব্যৱস্থা কৰে। ডিপুটি কমিচনাৰে যি মহকুমাত বাস কৰে সেই মহকুমাৰ সকলো ভাৰ তেওঁৰ ওপৰতেই থাকে আৰু তেওঁ থকা ঠাইক জিলাৰ সদৰ ঠাই বোলে।

জিলাৰ প্ৰধান পুলিচ্ কৰ্ম্মচাৰীক পুলিচ চুপাৰিণ্টেণ্ডেণ্ট্ বোলে। মহকুমাৰ পুলিচ্ কৰ্ম্মচাৰীবিলাক এওঁৰ তলতীয়া। সদৰ ঠাইত এখন ডাক্তৰখানা থাকে, তাত এজন চিভিলচাৰ্জ্জন খিতাপৰ ডাঙৰ ডাক্তৰ থাকে। জিলাৰ সকলো ডাক্তৰখানা এওঁৰ তত্ত্বাৱধানত চলে।

জিলাৰ ডিপুটি কমিচনাৰেই ইংৰাজ-শাসনৰ মুলধৰণি আৰু শাসন কাৰ্য্যৰ ঘাই চলাওঁতা।

---

## মহকুমাৰ মানচিত্ৰ বা মেপ্ অঁকা

[ শিক্ষক মহাশয়ে এখন ডাঠ কাগজত মহকুমাৰ সীমা চিন দি কাটি বেলেগ বেলেগ কৰি লব। লৰা বিলাকে প্ৰত্যেকে এই চিনদি কটা ডাঠ কাগজ ডোখৰ নিজ নিজ বহিৰ ওপৰত পেলায় তাৰ চাৰিও ফালে পেঞ্চিলেৰে ঘুৰাই চিন দি কোনো ভুল নোহোৱাকৈ মহকুমাৰ সীমা আঁকিব পাৰিব। লৰা-

বিলাকে মহকুমাৰ কেইখনমান বেলেগ বেলেগ মেপ্ আঁকিব লাগে। (১) এখনত ওখ চাপৰ ঠাই দেখুউৱা মেপ্ (২) এখনত থানাৰ সীমা, পৰ্ব্বত ও নৈ, ডাঙৰ ডাঙৰ আলি আৰু ৰেলৰ আলি (৩) আৰু এখনত থানাৰ সীমা আৰু প্ৰসিদ্ধ ঠাই বিলাক। মেপত কোন বিষয় কেনে চিনেৰে দেখুৱাব লাগে লৰা বিলাকক সেইটো ভালকৈ বুজাই দিব। এডাল শকত ৰেখাৰে পাহাড় বা পৰ্ব্বত, এডাল সৰু চোঁখেলোৱা ৰেখাৰে নৈ, দুদাল সমান্তৰাল ৰেখাৰে ৰাজপথ আৰু, এনেকুৱা চিনেৰে ৰেলৰ আলি দেখুৱাব লাগে। শিক্ষক মহাশয়ে বোৰ্ডত অলপ ডাঙৰ স্কেলেৰে সীমাৰ ৰেখা আঁকি তাত পৰ্ব্বত নৈ ইত্যাদিৰ চিন্ দি যাব আৰু লৰাবিলাকে তাক নকল কৰিব। শিক্ষক মহাশয়ে ইয়াৰ পাচত দিয়া জিলাবোৰৰ বিবৰণৰ সহায়েৰে সিহঁতৰ নিজ নিজ মহকুমা সম্পৰ্কে তলত দিয়া প্ৰশ্ন বিলাকৰ উত্তৰ লিখাৰ বিষয়ত সহায় কৰিব ]

(১) তোমালোকৰ মহকুমাৰ চাৰিসীমা বৰ্ণনা কৰ।

(২) মেপত নৈ বিলাকৰ গতিপথ চোৱাঁ আৰু মহকুমাৰ মাটি কোন ফালে ওখ আৰু কোন ফালে ক্ৰমান্বয়ে চাপৰ হৈছে কোৱাঁ, যি ফাল ওখ সেইফাল একৰকম ৰং দি আৰু যি ফাল চাপৰ সেই ফালে একৰকম ৰং দি আৰু বাৰিষা তল যোৱা বা গোটেই বচৰ পানীৰে তলগৈ থকা ঠাই অইন একৰকম ৰং দি দেখুউৱা।

(৩) তোমাৰ মহকুমাত কেইখন থানা? আৰু নাম কি কি?



(৪) মেপত নৈ, ৰেলৰ আলি, ডাঙৰ ডাঙৰ আলি আদি চাই মহকুমাৰ সদৰ ঠাইলৈ বা যেই সেই কোনো ঠাইৰ পৰা কোনো ঠাইলৈ কেনেকৈ যাব লাগিব তাক স্থিৰ কৰা। স্কেলেৰে জুখি এঠাইৰ পৰা আন ঠাইলৈ কিমন দূৰ তাক থিৰ কৰা।

(৫) তোমালোকৰ মহকুমাত কি কি বস্তু বেচি পৰিমাণে উৎপন্ন হয়? কি কি বস্তু অইন ঠাইলৈ চালান দিয়া হয়? বিদেশৰ পৰা কি কি বস্তু আমদানী হয়? ডাঙৰ ডাঙৰ হাট বজাৰ আৰু ঘাটৰ নাম কোৱাঁ?

(৬) তোমালোকৰ মহকুমাৰ প্ৰসিদ্ধ ঠাই কিখনৰ নাম কোৱাঁ আৰু কি কাৰণে প্ৰসিদ্ধ কোৱাঁ?

## জিলাৰ মেপ অঁকা।

[ মহকুমাৰ মানচিত্ৰ অঁকাৰ প্ৰণালী অনুসৰি লৰাবিলাকে নিজ নিজ জিলাৰ মেপ আঁকিব। লৰাবিলাকে নিজ নিজ জিলাৰ বৃত্তান্ত আগেয়ে পঢ়িব। ]

### অনুশীলন।

(১) তোমালোকৰ জিলাৰ চাৰি সীমা বৰ্ণনা কৰ।

(২) জিলাৰ কোন ঠাই বাম কোন ঠাই দ তাক বৰ্ণনা কৰা। যি ভাগ বাম সেই ভাগ এক ৰকম ৰঙেৰে, যি ভাগ দ সেই ভাগ এক ৰকম ৰঙেৰে, আৰু বাৰিষা তল যোৱা ভাগ

আৰু সদায় পানীৰে তল গৈ থকা ভাগ ঠাই অইন ৰকম ৰঙেৰে আঁকি দেখুউৱা।

(৩) তোমালোকৰ জিলাত কেইখন মহকুমা ? আৰু কি কি নাম ?

(৪) জিলাৰ সদৰ ঠাইৰ পৰা মহকুমাৰ সদৰ ঠাই বিলাকলৈ কোন ঠাইলৈ কিমান দূৰ, স্কেলেৰে জুখি থিৰ কৰা। নৈ, ৰেলৰ আলি, ডাঙৰ ডাঙৰ আলি, বাট আদি চাই জিলাৰ সদৰ ঠাইৰ পৰা অইন কোনো ঠাই লৈ কেনেকৈ যাব লাগিব, তাক স্থিৰ কৰা।

(৫) তোমালোকৰ জিলাত কি কি বস্তু বেচি পৰিমাণে হয় ? সেইবিলাক বস্তু এটাইবোৰ তাতে থাকেনে নাই অইন ঠাইলৈ চালান দিয়া হয় ? বিদেশৰ পৰা কি কি বস্তু আমদানী হয় ? ডাঙৰ ডাঙৰ হাটবজাৰ আৰু ঘাটবন্দৰৰ নাম কোৱাঁ ?

(৬) তোমালোকৰ জিলাৰ প্ৰসিদ্ধ স্থান কেইখনৰ নাম কোৱাঁ, আৰু কি কাৰণে প্ৰসিদ্ধ কোৱাঁ।

## জিলা আৰু মহকুমাৰ বিবৰণ।

### ১। গোৱালপাৰা জিলা।

গোৱালপাৰা জিলাৰ উত্তৰে ভোটৰ পৰ্ব্বত, পূবে মানাহ নৈ, আৰু কামৰূপ জিলা; দক্ষিণে গাৰো পাহাড়; পশ্চিমে বঙ্গদেশৰ জলপাইগুৰি, কোচবিহাৰ আৰু ৰঙ্গপুৰ জিলা। এই জিলা ধুবুৰী আৰু গোৱালপাৰা এই দুখন মহকুমাত বিভক্ত। ইয়াৰ আয়তন ৪০০০ বৰ্গ মাইল আৰু লোকসংখ্যা প্ৰায় সাৰে সাত লাখ।

অধিবাসী—বামুন, কায়স্থ, কোচ বা ৰাজবংশী, মেচ, গাৰো, ৰাভা, যোগী, কছাৰী, ভুটীয়া প্ৰভৃতি। হিন্দু অধিবাসীৰ ভিতৰত ৰাজবংশীবিলাকৰ সংখ্যা আধাতকৈও বেচি।

প্ৰাকৃতিক বিবৰণ—এই জিলাত ভৈৰব, শ্ৰীসূৰ্য্য, পঞ্চৰত্ন, শালমৰা, টুক্ৰেশ্বৰী আৰু যোগীঘোপা নামে কেইটামান সৰু সৰু পাহাড় আছে। যোগীঘোপা ব্ৰহ্মপুত্ৰ নৈৰ পাৰতে। ইয়াত মানুহ থাকিব পৰা ঘৰৰ নিচিনা এটা সুৰঙ্গ ( ঘোপ ) আছে। টুক্ৰেশ্বৰী পাহাড়ৰ ওপৰত এটা দেবী মন্দিৰ আছে। তাত সদায় পূজা-সেৱা চলে। তাত বান্দৰৰ প্ৰাদুৰ্ভাৱ বৰ বেচি। এই জিলাৰ দক্ষিণছোৱাৰ মাজেদি ব্ৰহ্মপুত্ৰ বৈ গৈছে। ব্ৰহ্মপুত্ৰৰ সোঁহাতে মানাহ, সোণকোষ, গদাধৰ, চম্পাৱতী, টিপকাই প্ৰভৃতি কেইখনমান উপনৈ ভোটপৰ্ব্বতৰ পৰা আৰু বাওঁহাতে জিঞ্জিৰম, কৃষ্ণাই, জিনাৰি, ভোগাই প্ৰভৃতি উপনৈ গাৰোপাহাড়ৰ পৰা ওলাই এই জিলাতেই ব্ৰহ্মপুত্ৰত পৰিছে। গোৱালপাৰা জিলাত বহুত বিল আছে, তাৰ ভিতৰত তামৰঙ্গা,চাৰচ, আৰু উপদ বিলেই প্ৰধান।

সাধাৰণ বিবৰণ—গোৱালপাৰা জিলাৰ ঠাইবিলাক ইকৰা, নল, খাগৰি আৰু ৰৰটাৰে ভৰা। সকলো ঠাইত শালগছৰ হাৰি আছে। উত্তৰাঞ্চলত খৈৰা আৰু শিশুগছ বৰ

বেচি পৰিমাণে হয়; হাতী, গঁড়, বাঘ, ভালুক, পহু, ম'হ আদি বনৰীয়া জন্তু হাবিত দেখিবলৈ পোৱা যায়। ধান, সৰিয়হ, কুঁহিয়াৰ, মাহ, মৰাপাট, লা আদি বহুত বস্তু উৎপন্ন হয়।

বেহা-বেপাৰ—শালকাঠ, মৰাপাট আৰু লাৰ বেপাৰ বেচি পৰিমাণে হয়। ধান, সৰিয়হ, ধপাত, তুলা আদিৰো বেপাৰ চলে।

## ধুবুৰী মহকুমা।

ধুবুৰী মহকুমাৰ উত্তৰে ভূটীয়া পৰ্ব্বত; দক্ষিণে গাৰো-পাহাড়, গোৱালপাৰা মহকুমা; পূবে গোৱালপাৰা, কামৰূপ, আৰু মানাহ নৈ; পশ্চিমে জলপাইগুৰি, সোণকোষ নৈ, কোচ-বিহাৰ আৰু ৰংপুৰ।

ধুবুৰী, গোলকগঞ্জ, দক্ষিণ শালমৰা, বিলাসীপাৰা পুবদুৱাৰ আৰু মাণিকাৰচৰ থানাৰ অধীনত ১৩:০ খন গাঁও। এই সকলোবিলাক গোটখাই ধুবুৰী মহকুমা হৈছে। ইয়াৰ আয়তন ২৮৬৫ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় সাৰে পাঁচ লাখ।

### প্ৰধান ঠাই।

ধুবুৰী—গোয়ালপাৰা জিলাৰ সদৰ ঠাই, ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰত। আগেয়ে ইয়াত নেতাই ধুবুনীৰ কাপোৰ ধোৱা ঘাট আছিল। এতিয়াও ইয়াত তাইৰ কাপোৰ ধোৱা শিলৰ পাটচটা পৰি আছে বুলি কয়। ধুবুনীৰ পৰাই এই ঠাইৰ নাম ধুবুৰী হৈছে। নৈৰ দাঁতিত এখন সুন্দৰ ফুলনিৰ মাজত মহাৰাণী ভিক্টোৰিয়াৰ এটি মাৰবল পাথৰৰ প্ৰতিমূৰ্ত্তি আছে। ইয়াত এটা চৰকাৰী "হাই-স্কুল" আছে। ধুবুৰী এটা প্ৰধান জাহাজঘাট; ই বেহা-বেপাৰৰো কেন্দ্ৰ ঠাই। বিজনী, এটা ৰেলষ্টেচন। গোৱালপাৰা জিলাত "বিজনী" নামক জমিদাৰী আসামৰ ভিতৰত সৰ্ব্বপ্ৰধান। এই জমিদাৰী ধুবুৰী আৰু গোৱালপাৰা মহকুমা দুয়োৰো ভিতৰত পৰিছে। ইয়াৰ বৰ্ত্তমান ৰাজধানী গোয়ালপাৰা মহাকুমাৰ অভয়াপুৰীত আছে। ৰাণী অভয়েশ্বৰীৰ নাম অনুসাৰেই তেওঁৰ ৰাজধানী অভয়াপুৰী নামে বিখ্যাত হৈছিল। গৌৰীপুৰ এখন বৰ চহকী নগৰ। ইয়াত গৌৰীপুৰ জমিদাৰীৰ ৰজা বাস কৰে। তেওঁৰ নিজৰ হাই-স্কুল সংস্কৃত টোল, পঢ়াশালি আদি আছে। বগ্ৰীবাৰী, ৰূপচী আৰু বিলাসীপাৰাত জমিদাৰী আছে। বগৰীবাৰীত এখন হাই-স্কুল আছে। সিদলীৰ জমিদাৰক "ৰজা" খিতাপ দিছে। ফকিৰগঞ্জ ধুবুৰীপৰা ইয়ালৈ পাৰঘাঠ আছে।

## গোৱালপাৰা মহকুমা।

ইয়াৰ উত্তৰে ধুবুৰী আৰু ব্ৰহ্মপুত্ৰ, দক্ষিণে গাৰোপাহাড় পূবে গুৱাহাটী, পশ্চিমে ধুবুৰী।

গোৱালপাৰা, দুধনই, লক্ষ্মীপুৰ আৰু উত্তৰ শালমৰা থানাৰ অধীনত থকা ৮২৫ খন গাওঁলৈ গোৱালপাৰা মহকুমা গঠিত হৈছে। ইয়াৰ পৰিমাণ ১০৮৯ বৰ্গমাইল আৰু লোকসংখ্যা দুই লাখৰ ওপৰ।

আগেয়ে গোৱালপাৰাই গোৱালপাৰা জিলাৰ সদৰ ঠাই আছিল, কিন্তু ইংৰাজে ১৮৭৯ শকত ইয়াৰ পৰা ধুবুৰীলৈ সদৰ ঠাই তুলি নিয়ে।

## প্ৰধান ঠাই।

গোৱালপাৰা—গোৱালপাৰা মহকুমাৰ প্ৰধান নগৰ আৰু ব্ৰহ্মপুত্ৰৰ পাৰতে। ইয়াত এখন হাই স্কুল আছে। ই গোৱালপাৰা জিলাৰ সকলো বেহা-বেপাৰৰ কেন্দ্ৰঠাই। ইয়াৰ পৰা সৰিয়হ, লা, তুলা, পাট, শালকাঠ আদি ৰপ্তানি হয়। ডামৰা—গাৰোপাহাড়ৰ নামনিৰ এখন সৰু গাওঁ। ইয়াত এখন হাট বহে; গাৰোবিলাকে লা, তুলা, কপাহ, ৰবৰ আদি পৰ্ব্বতীয়া বস্তুবোৰ ইয়াত বেচেহি। যোগীঘোপা—এখন গাওঁ ব্ৰহ্মপুত্ৰ আৰু মানাহ উপনৈৰ সন্ধি ঠাইত; এই গাৱঁতেই যোগীঘোপা পাহাড়। যোগীবিলাকে এই পাহাড়ত ঘোপা তৈয়াৰ কৰি আছিল দেখি এই পাহাড়ৰ নাম যোগীঘোপা হৈছে। লক্ষ্মীপুৰ (মেচপাৰা) আৰু অভয়াপুৰীত সমৃদ্ধিশালী জমিদাৰ আছে। অভয়াপুৰী—বিজনীৰ ৰাজধানী। ইয়াত এটা হাইস্কুলো আছে। গোৱালপাৰালৈ জাহাজেৰে যাব পাৰি। জাহাজঘাটৰ নামো গোৱালপাৰা। মহাদেৱ—শিৱৰ মন্দিৰৰ জন্য বিখ্যাত, ভৈৰব পাহাৰৰ ওচৰত।

---



## যাতায়াত পথ।

(১) ৰেলষ্টেচন্—ইষ্টাৰ্ণ বেঙ্গল ৰেল (ক) প্ৰধান লাইন—পাটেশ্বৰী, সোণাহাট, গোলকগঞ্জ, মতেৰঝাৰ, বাঁশবাৰী, টিপকাই, ছাপটগ্ৰাম, ফকিৰাগ্ৰাম, কোকৰাঝাৰ, বাসুগাওঁ, বঙ্গাইগাও চাপৰকাটা আৰু বিজনী। (খ)—ধুবুৰী—গোলকগঞ্জ শাখা লাইন:—ধুবুৰী, গৌৰীপুৰ, বালাজান আৰু গোলকগঞ্জ।

(২) ষ্টিমাৰ ষ্টেচন—ধুবুৰী, বগৰীবাৰী, বিলাসীপাৰা যোগীঘোপা, গোৱালপাৰা আৰু দলগোমা।

(৩) প্ৰধান আলি।—উত্তৰ আৰু দক্ষিণ ট্ৰাঙ্ক ৰোড গোৱালপাৰা জিলাৰ ভিতৰেদি গৈছে।

ধুবুৰীৰপৰা কচুগাৱঁলৈ আৰু গৌৰীপুৰৰপৰা উত্তৰশাল—মাৰাইদি কামৰূপ জিলালৈ লোকেলবোৰ্ডৰ আলি আছে।

## ২। গাৰোপাহাড় জিলা।

গাৰোপাহাড় জিলাৰ উত্তৰে গোৱালপাৰা; পূবে খাচীয়া আৰু জয়ন্তীয়া পাহাড়; দক্ষিণে মৈমনচিং আৰু পশ্চিমে ৰংপুৰ। এই জিলাৰ ভূমিৰ পৰিমাণ ৩৮৪০ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় পৌণে দুই লাখ।

নিচেই অলপ হিন্দু আৰু মুচলমানৰ বাহিৰে বাকী সকলো অধিবাসীয়েই গাৰো। গাৰোবিলাক আগৰী আৰু ৰব কঁটীয়া,

গাৰ জোখত মুৰটো ডাঙ্গৰ, ওঠ ডাঠ আৰু চকু সৰু সৰু। মতামাইকী সকলোৱেই নাম মাত্ৰ কাপোৰ পিন্ধে। সাপ, বেঙ, কুকুৰ, ইহতৰ প্ৰিয় খাদ্য। অন্যান্য পাহাড়ীয়া জাতি-বিলাকৰ দৰে ইহঁতেও ভুতপ্ৰেত পূজে। সম্প্ৰতি বহুত গাৰো খ্ৰিষ্টিয়ান হৈছে। আৰু লাহে লাহে সিহঁতৰ মাজত শিক্ষাৰো বিস্তাৰ হবলৈ ধৰিছে।

প্ৰাকৃতিক বিবৰণ—গাৰোপাহাড় উত্তৰ ফালে আওচলীয়া আৰু দক্ষিণ ফালে থিয়, মাজতে তুৰা আৰু আৰবেল পাহাড়। তুৰাৰ কিছু পূবে নক্ৰেক নামে আটাইতকৈ ওখ টিং। এই টিং ৪, ৬৫২ ফুট ওখ।

গাৰোপাহাড়ৰ পৰা ওলাই কৃষ্ণাই আৰু কালু উপনৈ গোৱালপাৰা জিলাইদি বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছে আৰু সোমেশ্বৰী, নেতাই, ভোগাই উপনৈ মৈমনচিং জিলাইদি কাংচ নৈত পৰিছেগৈ।

সাধাৰণ বিবৰণ—গাৰোপাহাড় ঘন হাবিৰে ভৰা। শাল, এজাৰ প্ৰভৃতি গছৰ হাবিত বাঘ, ভালুক, হাতী, ম'হ, পহু আদি জন্তু বাস কৰে। ইয়াত চৰ্কাৰী হাতীৰ মহল আছে। হাৱা-পানী বৰ বেয়া। ক'লাজ্বৰে প্ৰথমে ইয়াতেই দেখা দিয়ে। ইয়াৰ সকলো ঠাইতে বৰ বেচিকৈ কপাহ হয়। এই কপাহ বঙ্গদেশলৈ ৰপ্তানী হৈ যায়। গাৰো-বিলাকে পাহাড়ৰ কোনো কোনো ঠাইৰ হাবি কাটি পৰিষ্কাৰ কৰি তাত বাঁহৰ বা লোৰ জোঙ্গেৰে সৰু সৰু গাত কৰে আৰু



সেই গাতত ধান বা অন্যান্য শস্য সিঁচি খেতি কৰে। এনে খেতিক জুম-খেতি বোলে। গাৰো-পাহাড়ৰ কচু বৰ ভাল।

তুৰা—গাৰোপাহাড় জিলাৰ একমাত্ৰ চহৰ, এটা টিলাৰ ওপৰত। ইয়াৰ চাৰিওফালে ওখ পাহাড়। এই ঠাইডোখৰ দেখিবলৈ বৰ শুৱনী। অতি ওখ টিঙৰ ওপৰত থিয় হৈ উত্তৰ-ফালে চাই পঠিয়ালে ব্ৰহ্মপুত্ৰ নৈখন এখন বগা চেলেঙ কাপোৰ পাতি থোৱা যেন দেখি। চহৰৰ পৰা ৪০ মাইল দীঘল এটা বাট গোৱালপাৰা জিলাৰ বৌমাৰী জাহাজঘাটলৈকে গৈছে। এই বাটেদি গৰুম'হৰ গাৰী চলে, মটৰো চলিছে। তুৰা থানা আৰু হেলিডেগঞ্জ, ডলু, মহেন্দ্ৰগঞ্জ আউটপোষ্টৰ অধীনত ১৮৩৭ খন পুঞ্জী বা পৰ্ব্বতীয়া গাওঁ আছে।

## ৩। কামৰূপ জিলা।

কামৰূপ জিলাৰ উত্তৰে ভোটৰ পৰ্ব্বত, পূবে দৰঙ্গ আৰু নগাও জিলা; দক্ষিণে খাচীয়া পাহাড়; আৰু পশ্চিমে গোৱালপাৰা জিলা। এই জিলা গুৱাহাটী আৰু বৰপেটা এই দুটা মহাকুমাত বিভক্ত। ভূমিপৰিমাণ ৩৮৬৩ বৰ্গ-মাইল; লোকসংখ্যা প্ৰায় সাৰে সাত লাখ।

এই জিলাত সকলো জাতিৰ আৰু সকলো ধৰ্ম্মৰ অসমীয়া আৰু বঙ্গালী মানুহ বাস কৰে। ইয়াৰ বাহিৰে কিছুমান চাঁওতালী কুলিও আছে।

প্ৰাকৃতিক বিবৰণ—কামৰূপ জিলাৰ প্ৰাকৃতিক দৃশ্য অতি মনোহৰ। ইয়াৰ মাজেদি ব্ৰহ্মপুত্ৰ নদ বৈ গৈছে। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে খাচীয়া পাহাড়ৰ কেইটামান ঠেঙ্গুলী আহি এই জিলাৰ ভিতৰত সোমাইছে। উত্তৰ পাৰেও কেইবাটাও সৰু সৰু পাহাড় আছে। আৰু সকলোৱে শেষত হিমালয় পৰ্ব্বতে মূৰ ডাঙ্গি শোভাবৰ্দ্ধন কৰিছে আৰু ইয়াৰ মাজত বহল সমতল ভূমি।

ভূটীয়া পৰ্ব্বতৰ পৰা ওলোৱা মানাহ, বৰনদী, পাগলা-দিয়া, লখাইতৰা প্ৰভৃতি উপনৈ আৰু খাচীয়া পাহাড়ৰ পৰা ওলোৱা ডিগাৰু, ভৰলু, কলহী, শিংৰা আদি উপনৈ যথাক্ৰমে ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ পাৰেদি কামৰূপ জিলাৰ মাজে মাজে আহি ব্ৰহ্মপুত্ৰত পৰিছে।

এই উপনৈবিলাকৰ ভিতৰত একমাত্ৰ মানাহ নৈ এই জিলা পাৰ হৈ গোৱালপাৰা জিলাইদি ব্ৰহ্মপুত্ৰত পৰিছে গৈ। চাউলখোৱা নৈ ভূটীয়া পৰ্ব্বতৰ পৰা ওলাই বৰপেটাত মানাহ নৈৰ সৈতে লগ লাগিছে। কামৰূপ জিলাত বহুত বিল আছে; তাৰ ভিতৰত দিপৰ, বিলদৰা, ঔচচি, হেলেঙ্গী, হাজো-সাতদলা, চিকনি, আঠিয়াবাড়ী, চাতলা, আদিৰ নাম উল্লেখযোগ্য।

সাধাৰণ বিবৰণ—কামৰূপ অতি প্ৰাচীন ৰাজ্য। ইয়াৰ নাম অতি পুৰণি শাস্ত্ৰাদিতো উল্লেখ আছে। বহু আগেয়ে ইয়াৰ ৰাজধানী গুৱাহাটীক 'প্ৰাগজ্যোতিষপুৰ' বুলিছিল। নৰকাসুৰ, ভগদত্ত আদি ৰজাই ইয়াত ৰাজত্ব কৰিছিল। পুৰাণত পোৱা যায় যে কামদেৱে শিৱৰ খঙ্গত পৰি ভস্ম হৈ আকৌ এই ঠাইতে নিজ ৰূপ লাভ কৰিছিল। সেই কাৰণেই এই দেশৰ নাম কামৰূপ হৈছে। বৰ্ত্তমান কামৰূপ জিলা আগৰ কামৰূপৰ এক অংশহে। আগৰ কামৰূপৰ সীমা পূবে দিক্‌ৰাই নৈ আৰু পশ্চিমে ৰংপুৰ জিলাৰ কৰতোৱা নৈ। তেতিয়া এই প্ৰকাণ্ড ৰাজ্য কামপীঠ, ৰত্নপীঠ, সুবৰ্ণপীঠ আৰু সৌমাৰপীঠ এই চাৰি অংশত বিভক্ত আছিল।

কামৰূপ জিলাৰ উত্তৰ ভাগ বহল আৰু সমতল ঠাই; দক্ষিণভাগ পৰ্ব্বতীয়া আৰু ভয়ানক জঙ্গল। মাজ ডোখৰত ধানৰ খেতিৰ পথাৰ। ধান, সৰিয়হ, কুঁহিয়াৰ, লা, চাহ আদি এই জিলাৰ প্ৰধান বস্তু। কামৰূপ এৰি আৰু মুগাৰ কাপোৰৰ কাৰণে বিখ্যাত। আসামৰ ভিতৰত এই জিলাতেই ধাতুৰ সুন্দৰ বাচনবৰ্ত্তন গঢ়া হয়।

## গুৱাহাটি মহকুমা।

এই মহকুমাৰ উত্তৰে ভোটৰ পৰ্ব্বত; দক্ষিণে বৰপেটা, চাউলখোৱা নৈ, খাচীয়া আৰু জয়ন্তীয়া পাহাড়; পূবে বৰনদী আৰু মঙ্গলদৈ; পশ্চিমে মানাহ, মৰা মানাহনৈ আৰু গোৱালপাৰা। বকো, ছয়গাঁও, পলাশবাৰী, গুৱাহাটী, হাজো, ৰঙ্গীয়া, নলবাৰী আৰু কমলপুৰ থানাৰ অধীনৰ ১৫৩১ খন গাওঁ লৈ গুৱাহাটী মহকুমা। এই মহকুমাৰ ভূমিৰ পৰিমাণ ২৫৮৯ বৰ্গমাইল আৰু লোকসংখ্যা পৌণে ছয় লাখ।

প্ৰাকৃতিক দৃশ্য—এই মহকুমাৰ প্ৰধান ঠাই গুৱাহাটী, ব্ৰহ্মপুত্ৰ নৈৰ পাৰত, দেখিবলৈ অতি শুৱনী। নৈৰ পাৰত থিয়হৈ গধূলি বেলি মাৰ যাবলৈ ধৰোঁতে পশ্চিমৰ ফালে চাই পঠিয়ালে যেনে মনমোহা দৃশ্য দেখা যায়; তেনে দৃশ্য পৃথিৱীত অতি বিৰল। এই দৃশ্য দেখিলে সাগৰ নেদেখা মানুহবো সাগৰ বিষয়ৰ এটা ধাৰণা হব পাৰে। বহু ভ্ৰমণকাৰীয়ে এই দৃশ্যৰ পট আঁকি নিয়ে। গুৱাহাটীৰ বাহিৰেও বহুত ভাল ভাল দৃশ্য দেখিবলৈ পোৱা যায়। মোটৰ ওপৰত গুৱাহাটীক প্ৰাকৃতিক সৌন্দৰ্য্যৰ ভৰাঁল বুলিব পাৰি।

## প্ৰধান ঠাই।

গুৱহাটী—মহকুমাৰ প্ৰধান ঠাই আৰু কামৰূপ জিলাৰ সদৰ ঠাই, ব্ৰহ্মপুত্ৰনৈৰ দক্ষিণৰ পাৰত। আগেয়েও গুৱহাটী এখন প্ৰসিদ্ধ নগৰ আছিল, আৰু ব্ৰহ্মপুত্ৰৰ দুয়োপাৰেই বিস্তৃত আছিল। এই নগৰেই মহাভাৰতত লিখা ভগদত্ত ৰজাৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰ। গুৱাহাটীৰ দক্ষিণে অৰ্দ্ধ-চন্দ্ৰাকৃতি গছ-গছনিৰে ভৰা পাহাড়, সম্মুখত ব্ৰহ্মপুত্ৰ নৈ আৰু তাৰ মাজত গছ-গছনিৰে ভৰা দুটি সৰু মাজুলী, নিচেই ওচৰতে কামাখ্যা পাহাড়, তাত বাজে আৰু কেইটামান পাহাড়ে এই ঠাইক অতি শুৱনী কৰি তুলিছে। গুৱাহাটী চহৰত কটন আৰু আৰ্ল নামে দুটা ডাঙ্গৰ কলেজ আছে। কটন কলেজত বি এ; এম,এ লৈকে শিকোৱা হয় আৰু আৰ্ল কলেজত আইন শিকোৱা হয়। ইয়াত দুখন হাই-স্কুল আছে। গুৱাহাটীৰ ৰেলৱষ্টেচন আৰু জাহাজঘাট বৰ ডাঙ্গৰ। গুৱাহাটি বেহাবেপাৰৰ কাৰণে বৰ সুবিধাৰ ঠাই; ইয়াৰ পৰা তূলা, এৰি-মুগাৰ কাপোৰ, সৰিয়হ, মৰাপাট আৰু ধান আদি ৰপ্তানী হয়। ইয়াত ব্ৰহ্মপুত্ৰ উপত্যকাৰ জজ্ আৰু কমিচনাৰ চাহাব থাকে। উত্তৰগুৱাহাটী—গুৱাহাটী চহৰৰ পোনে পোনে ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰে। ইয়ো অতি পুৰণি ঠাই। ইয়াত এটা ডাকঘৰ আৰু এখন হাই-স্কুল আছে। ইয়াত আগৰ দিনৰ পুৰণি গড় আদি ৰজাদিনীয়া বহু চিন দেখিবলৈ পোৱা যায়। ব্ৰহ্মপুত্ৰৰ পাৰতে অশ্বক্ৰান্ত তীৰ্থ আৰু নগাউনিআঁটি সত্ৰ। উমানন্দ—ব্ৰহ্মপুত্ৰৰ মাজত; ই কছাৰীঘাটৰ নিচেই কাষৰে এটা মাজুলী বা দ্বীপ। ইয়াৰ অন্য নাম ভস্মাচল। ইয়াত উমানন্দ ভৈৰৱৰ মঠ আছে দেখি হিন্দুৰ তীৰ্থ ঠাই। গছ-গছনিৰে ঢাকখাই থকা এই মাজুলটি চহৰৰ পৰা দেখিবলৈ বৰ সুন্দৰ। কামাখ্যা—গুৱাহাটী চহৰৰ তিনি মাইল দক্ষিণ-পশ্চিমে থকা নীলাচল পাহাড়ৰ ওপৰত। ইয়াত কামাখ্যা দেবীৰ মন্দিৰ আছে। কামাখ্যা হিন্দুবিলাকৰ প্ৰধান তীৰ্থ। গোটেই বছৰ, বিশেষকৈ অম্বুবাচিৰ কেইদিন, দেশদেশান্তৰ পৰা বহু যাত্ৰী আহি এই পীঠ দৰ্শন কৰে। নীলাচল পাহাড় দ'ল, দেৱালয়েৰে ভৰা। সকলোতকৈ ওখ টিঙত ৺ ভুবনেশ্বৰীৰ

মন্দিৰ জিলিকি আছে। তাৰ পৰা গুৱহাটীৰ ওচৰচুবুৰীয়া ঠাইবিলাকৰ দৃশ্য দেখিবলৈ অতি সুন্দৰ। বশিষ্ঠাশ্ৰম—গুৱাহাটী চহৰৰ ৭ মাইল দক্ষিণে বিন্ধ্যাচল পাহাড়ৰ ওপৰত। মহামুনি বশিষ্ঠ ইয়াত আশ্ৰম পাতি তপস্যা কৰিছিল। ইয়াত মঠ আৰু যাত্ৰী থকা ঘৰ আছে; মঠৰ গুৰিয়েদি এখন পাৰ্ব্বতীয়া জুৰি বাতিয়ে দিনে বৈ আছে। মঠৰ ভিতৰত বাৰমাহেই পানী থাকে। হাজো—হিন্দু, মুচলমান আৰু বৌদ্ধবিলাকৰ তীৰ্থ ঠাই। হিন্দু বিলাকৰ মদনাচল পৰ্ব্বতত কেদাৰেশ্বৰ নামে শিৱমন্দিৰ আৰু মনিকুট পৰ্ব্বতত ৺হয়গ্ৰীৱ মাধৱ নামে বিষ্ণুমন্দিৰ আছে। মাধৱৰ মূৰ্ত্তিকে বুদ্ধৰ মূৰ্ত্তি বুলি বৌদ্ধবিলাকে পূজা কৰেহি। গোকৰ্ণ পৰ্ব্বতৰ ওখ টিঙত মুচলমান বিলাকৰ পোৱামক্কা মজিদ আছে। ইয়াৰ প্ৰাকৃতিক দৃশ্য অতি বিতোপন আৰু ইয়াত চাবলগীয়া বহুত বস্তু আছে। জাৰ কালি ভুটিয়াবিলাকে এই তীৰ্থ দৰ্শন কৰেহি আৰু সেই সময়ত গান্ধ্‌কলাই, ঘোঁৰা প্ৰভৃতি বস্তুৰ মেলা হয়। পলাশবাৰী—ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে। বেহা-বেপাৰৰ প্ৰধান ঠাই, তাত জাহাজঘাট আছে। পলাশবাৰীত শনি আৰু মঙ্গলবাৰে বৰ ডাঙ্গৰ হাট বহে। ইয়াত এখন থানা, হাইস্কুল আৰু ডাক্তৰখানা আছে; ইয়াত এড়ি-মুগাৰ কাপোৰ শালকাঠ বহু পৰিমাণে পোৱা যায়। শোৱালকুচি—কামৰূপৰ ভিতৰত এখন চহকী আৰু বেহা-বেপাৰৰ নিমিত্তে প্ৰসিদ্ধ ঠাই। ইয়াৰ প্ৰায় প্ৰত্যেক ঘৰ মানুহৰে কোনো এটা ব্যৱসায় আছেই। শোৱালকুচিৰ তাঁতিয়ে বোৱা মুগা আৰু পাটৰ কাপোৰ অতি সুন্দৰ, সেই কাপোৰ নানা ঠাইলৈ ৰপ্তানী হয়। অশোকাষ্টমীৰ দিন ইয়াত এখন বৰ ডাঙ্গৰ মেলা হয়। নলবাড়ী—এখন ডাঙ্গৰ গাওঁ আৰু ইষ্টাৰ্ণ বেঙ্গল ৰেলৰ এটা ষ্টেচন তাত থানা, ডাক্তাৰখানা, ডাকঘৰ আৰু বহু পুৰণি মানুহৰ ঘৰ আছে। এখন হাইস্কুলো আছে। ৰঙ্গিয়া—এখন ডাঙ্গৰ গাওঁ আৰু ৰেল-জংচন। ইয়াৰ পৰা দৰঙ্গৰ টংলালৈকে এটি ৰেলৰ লাইন আছে।



## বৰপেটা মহকুমা।

ইয়াৰ উত্তৰে ভোটৰ পৰ্ব্বত, দক্ষিণে ব্ৰহ্মপুত্ৰ নৈ, পূবে গুৱাহাটী পশ্চিমে ব্ৰহ্মপুত্ৰ, মানাহ আৰু চাউলখোৱা নৈ।

বৰপেটা থানা, সৰভোগ আৰু বজালী আউট্‌ পোষ্টৰ এলাকাৰ ৪২৩ খন গাওঁ লৈ বৰপেটা মহকুমা পতা হৈছে। ইয়াৰ মাটিকালি ১২৭৪ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় দুই লাখ।

বৰপেটা—চাউলখোৱা নৈৰ পাৰত, মহকুমাৰ প্ৰধান ঠাই। চাৰিওফালৰ ঠাই দ, কেবল চহৰখন কিছু ওখ। বাৰিষা দ ঠাইবোৰ ডুবি চহৰখন এটা মাজুলীৰ নিচিনা হয়। তেতিয়া মানুহে নাৱেৰেহে অহাযোৱা কৰে। ইয়াত এটা হাই-স্কুল আছে। বৰপেটা মহাপুৰুষ শঙ্কৰ দেৱৰ শিষ্য মাধৱদেৱে পতা থানৰ নিমিত্তে বিখ্যাত। তেখেতসকলে

প্ৰচাৰ কৰা বৈষ্ণব ধৰ্ম্ম লওঁতা মানুহবিলাকক মহাপুৰুষীয়া বোলে। বৰপেটাৰ বাঢ়ৈৰ কাম শলাগিবলগীয়া। এই মহকুমাত মহাপুৰুষীয়া মানুহৰ সংখ্যাই বেচি। মহাপুৰুষীয়া বিলাকৰ বৰপেটা এখন প্ৰধান থান। তাৰৈ যাবলৈ সৰুপেটা আৰু সৰভোগ ৰেলৰ ষ্টেসন আৰু খোলাবন্ধা জাহাজঘাট। সুন্দৰদীয়া—বৰপেটাৰ ওচৰতে এখন ডাঙৰ গাওঁ আৰু মহাপুৰুষীয়া সত্ৰ। সৰভোগ—ইষ্টাৰ্ণ বেঙ্গল ৰেলওৱেৰ প্ৰধান ষ্টেচন। ইয়াৰ ওচৰতে কোচ ৰজাসকলৰ প্ৰাচীন ৰাজধানী বৰনগৰ আছিল। পাটাচাৰকুচি—বজালিখণ্ডৰ প্ৰধান ঠাই। ইয়াত এখন মাইনৰ স্কুল,ডাক্তাৰখানা আৰু ডাকঘৰ আছে। ওচৰে পাজৰে অনেক পুৰণা ভদ্ৰলোকৰ বাস।

---

## যাতায়াত পথ।

ৰেল ষ্টেচন—(১) ইষ্টাৰ্ণবেঙ্গল ৰেলৰ—আমিনগাওঁ, ছুটিয়াপাৰা, বাইহাটা পুথিমাৰি, ৰঙ্গিয়া, ঘগ্ৰাপাৰ, নলবাৰী, টিহু, পাঠশালা, সৰুপেটা, বৰপেটা ৰোড আৰু সৰভোগ ষ্টেচন; (২) আসাম বেঙ্গল ৰেলৰ—ক্ষেত্ৰী, ডিগাৰু, পানবাৰী, পানিখাইতি, গুৱাহাটী, কামাখ্যা আৰু পাণ্ডু, (৩) ৰঙ্গিয়া—টঙ্গলা লাইনৰ গোৰেশ্বৰ ষ্টেচন কামৰূপ জিলাত আছে।



**ষ্টীমাৰ ষ্টেচন**—খোলাবন্ধা, পলাশবাৰী, পাণ্ডু, আমিনগাঁও আৰু গুৱাহাটী।

**প্ৰধান প্ৰধান আলি**—উত্তৰ ট্ৰাঙ্ক ৰোড ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি আৰু দক্ষিণ ট্ৰাঙ্ক ৰোড ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে দি গৈছে।

গুৱাহাটীৰ পৰা পলাশবাৰী আৰু পলাশবাৰীৰ পৰা বৰদুৱাৰলৈ আৰু উত্তৰ গুৱাহাটীৰ পৰা হাজো আৰু নলবাড়ীয়ে দি খাগৰাবাৰীলৈ আলি আছে।

---

## ৪। দৰঙ্গ জিলা।

দৰঙ্গৰ উত্তৰে ভোট, অঁকা আৰু ডফলা পাহাড়; পূবে লক্ষীমপুৰ জিলা; দক্ষিণে ব্ৰহ্মপুত্ৰ নৈ আৰু পশ্চিমে কামৰূপ জিলা। এই জিলা তেজপুৰ আৰু মঙ্গলদৈ এই দুখন মহকুমাত বিভক্ত। মাটিকালি ৩১৯৫ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় পৌণে পাঁচ লাখ।

**প্ৰাকৃতিক বিবৰণ**—এই জিলাত বহুত সৰু সৰু পাহাড় আছে, যেনে—কুৰুৱা, শিঙ্গৰী, ঢলপুৰ, ভোমোৰাগুৰী ৰুদ্ৰেশ্বৰ, অগ্নিগড় আৰু ধেনুখনা। ব্ৰহ্মপুত্ৰ নৈ ইয়াৰ দক্ষিণ সীমাইদি বৈ গৈছে। ভৰলী অঁকা পাহাড়ৰ পৰা আৰু জীয়াধনশিৰী, মৰাধনশিৰী, আৰু নৰৈ টোৱাং পাহাড়ৰ পৰা ওলাই ব্ৰহ্মপুত্ৰত পৰিছেহি। ব্ৰহ্মপুত্ৰৰ পাৰত বহুত বিল আৰু

জলাহ মাটি আছে। বহুতে এই বিলাকক ব্ৰহ্মপুত্ৰৰ মৰা সুঁতি বুলি কয়।

**সাধাৰণ বিৱৰণ**—অন্যান্য জিলাৰ নিচিনাকৈ দঠাইবিলাকতো নল, খাগৰী, ইকৰা আদি হয়। উত্তৰফালে পাহাড়ৰ ওচৰৰ শাল, খৈৰা, ৰবৰ আদি গছৰ হাবিত হাতী, গঁড়, বাঘ, ভালুক আদি বনৰীয়া জন্তু বাস কৰে। এই জিলাত বেচি পৰিমাণে চাহ হয়। কেউপিনে চাহ বাগিচাৰেই ভৰা।

---

## তেজপুৰ মহকুমা

ইয়াৰ উত্তৰে অঁকা আৰু ডফলা পৰ্ব্বত, দক্ষিণে ব্ৰহ্মপুত্ৰ, পূবে লক্ষীম্‌পুৰ আৰু পশ্চিমে পাঁচ নৈ।

তেজপুৰ, গহপুৰ, বিহালী, চুটীয়া থানা আৰু ঢেকীয়াজুলি আউটপোষ্টৰ এলেকাৰ ৮৫৩ খন গাওঁ গোটাই তেজপুৰ মহকুমা পতা হৈছে। ইয়াৰ আয়তন ১৮২৬ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় তিনি লাখ।

### প্ৰধান ঠাই

**তেজপুৰ**—এই মহকুমাৰ প্ৰধান ঠাই, দৰঙ্গ জিলাৰ সদৰ ঠাই, আৰু ব্ৰহ্মপুত্ৰ নৈৰ পাৰতে। তেজপুৰৰ পুৰণি নাম শোণিতপুৰ। ইয়াত মহাভাৰতত লিখা বাণ ৰজাৰ ৰাজধানী আছিল। দ্বাৰকাধিপতি শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধ কোঁৱৰে এই বাণ ৰজাৰ জীয়েক উষাদেবীক বিয়া কৰিছিল। তেজপুৰ চহৰখন চাফ্‌চিকণ আৰু দেখিবলৈ বৰ শুৱণী। তাৰ ডাঙ্গৰ "পাগল" ফাটেকত বলিয়া মানুহবোৰ ৰাখি চিকিৎসা কৰা হয়। ইয়াত এটা হাইস্কুল আৰু এটা মাইনৰ স্কুল আছে। তেজপুৰ জাহাজৰ প্ৰধান ঘাট। ইয়াত মহাভৈৰৱ আৰু ভৈৰবী নামে দুখন দেৱালয় আছে। ভৈৰবী দেবালয় উষাদেবীয়ে পাতিছিল। তেজপুৰৰ পৰা বালিপাৰালৈকে ২০ মাইল ঠাইত সৰু ৰেল এখন চলিছে। **বিন্দুগুৰি, বালিপাৰা, জামুগুৰি, চুটীয়া, বিশ্বনাথ, বিহালী, প্ৰতাপগড়, চাৰআলি, গহপুৰ, কলাবাৰী** প্ৰভৃতি কেইবাখনো ডাঙ্গৰ গাওঁ আছে।

---



## মঙ্গলদৈ মহকুমা

উত্তৰে ভূটীয়া পৰ্ব্বতৰ টোৱাং পাহাড়, দক্ষিণে সোনাই আৰু ব্ৰহ্মপুত্ৰ নৈ, পূবে পাঁচ নৈ আৰু পশ্চিমে বৰ নদী আৰু কামৰূপ।

মঙ্গলদৈ, কলাই গাওঁ, পানেৰী থানা আৰু ওদালগুৰী আউট পোষ্টৰ এলাকাৰ ৭৯৭ খন গাওঁ মঙ্গলদৈ মহকুমাৰ ভিতৰত। ইয়াৰ আয়তন ১৩৬৯ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় পৌণে দুই লাখ।

## প্ৰধান ঠাই

**মঙ্গলদৈ**—এই মহকুমাৰ প্ৰধান নগৰ, খাৰুপতীয়া জাহাজ ঘাটৰ পৰা ৯ মাইল দূৰৈ, টংলা ৰেল ষ্টেচনৰ পৰা ২০ মাইলমান দূৰৈ। ইয়াত এটা হাইস্কুল আছে। চহৰখন নিচেই সৰু। **ওদালগুৰি**—হিমালয়ৰ নামনিত এখন বেহা-বেপাৰৰ গাওঁ। জাৰ কালি ইয়াত এখন মেলা বহে। এই মেলালৈ ভোটবিলাকে ঘোঁৰা, গান্ধকলাই, থঙ্গা, চোঁৱৰ, লা, ৰবৰ, কেচাসোণ, হাতীদাঁত আদি নানা বস্তু বিকিবলৈ আনে। কুৰুৱা, চিপাঝাৰ, পাথৰীঘাট, চাটগাৰী, বেঙ্বাৰী আৰু ওবাং এই কেইখনেই ঘাই গাওঁ।

## যাতায়াতৰ পথ

**ৰেল ষ্টেচন**—ৰঙ্গিয়া জংচনৰ পৰা টংলালৈ ইষ্টাৰ্ণ বেঙ্গল বেলওৱেৰ এটা শাখা আহিছে। টংলা আৰু খৈৰাবাৰী দৰঙ্গ জিলাত।

**তেজপুৰ বালিপাৰা লাইন**—তেজপুৰ, ডোকাৰগাঁও, বিন্দুগুৰি, চেঁচা, ঠাকুৰবাৰী, ৰাঙাপাৰা, আমৰাবাৰী আৰু বালিপাৰা। ৰাঙাপাৰাৰ পৰা ৰৱজুলি এটা শাখা লাইন।

**ষ্টীমাৰ ষ্টেচন**—কুৰুৱা, খাৰুপতিয়া, শিঙৰী, তেজপুৰ, বিশ্বনাথ, কাঠনিবাৰী, বিহালীমুখ আৰু গামিৰিঘাট।

**আলি**—উত্তৰট্ৰাঙ্ক্ ৰোড্ এই জিলাৰ মাজে দি গৈছে।

---

# ৫। নগাওঁ জিলা

ইয়াৰ উত্তৰে দৰঙ্গ; পূবে শিৱসাগৰ আৰু নগাপৰ্ব্বত; দক্ষিণে খাচীয়া আৰু জয়ন্তীয়া পাহাড় আৰু কাছাৰ জিলা; পশ্চিমে কামৰূপ; মাটিকালি ৩৬৯৯ বৰ্গমাইল; লোক সংখ্যা প্ৰায় চাৰি লাখ।

নগাওঁ জিলাত আন কোনো মহকুমা নাই। এই জিলাত নগাওঁ, ৰহা, জাগিৰোড, চামগুৰি, কলিয়াবৰ, লাম্‌ডিং আৰু যমুনামুখ থানাৰ এলেকাত ১৯৬৬ খন গাওঁ আছে।

**প্ৰাকৃতিক বিবৰণ**—খাচীয়া আৰু জয়ন্তীয়া পাহাড়ৰ কেইটামান ঠেঙ্গুলী এই জিলাৰ দক্ষিণভাগত সোমাইছেহি। নগাওঁ জিলাৰ পূবে কল্যাণী নৈৰ পৰা পশ্চিমে যমুনা নৈ লৈকে **মিকিৰ পাহাড়ে** জুৰি আছে। নগাৱঁৰ উত্তৰ সীমাত ব্ৰহ্মপুত্ৰ। **কলঙ্গ** নৈ এই জিলাৰ উত্তৰ-পূব পিনে ব্ৰহ্মপুত্ৰৰ পৰা ওলাই, দক্ষিণ ফালেদি বেকাহৈ গৈছে আৰু কামৰূপৰ সীমাইদি আকৌ ব্ৰহ্মপুত্ৰত পৰিছেগৈ। **সোনাই** নৈ এখন বিলৰ পৰা ওলাই কলঙ্গ আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ সমতল ঠায়েদি বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছে। খাচীয়া পাহাড়ৰ পৰা ওলোৱা **কপিলি** আৰু **কিলিং** আৰু মিকিৰ পাহাড়ৰ পৰা ওলোৱা **ননই, মিছা** আৰু **দিজু** নৈ কলঙ্গত পৰিছে।

এই জিলাত বহুত বিল আছে। তাৰ ভিতৰত **মৰি কলঙ্গ, গৰঙ্গা, কাছধৰা** আৰু **মেৰবিল** কিছু ডাঙ্গৰ।

**সাধাৰণ বিৱৰণ**—নগাওঁ জিলাৰ পতিত মাটি আৰু পাহাড়বিলাক অগাধ হাবিয়নী ; আসাম উপত্যকাত এনে হাবি নিচেই কম। এই মাটিত সকলোৰকমৰ বনৰীয়া জন্তু পোৱা যায়। নগাওঁ জিলাত চৰ্কাৰৰ হাতীৰ মহল আছে। এই জিলাৰ লামডিং বোলা ঠাইত মাটিতেলৰ আৰু মিকিৰ পাহাড়ত লোন্‌পুং আছে। এই জিলাত চাহ আৰু কপাহ বহু পৰিমাণে উৎপন্ন হয়।

## প্ৰধান ঠাই

**নগাঁও**—কলঙ্গ নৈৰ পাৰত জিলাৰ সদৰ ঠাই। নগাওঁৰ পুৰণি নাম খাগৰিজান। ইয়াত এটা হাইস্কুল আছে। আসামবেঙ্গল বেলৰ চাপৰমুখৰ পৰা নগাওঁয়েদি শিলঘাটলৈকে বেল আছে। বাৰিষা চাপৰমুখৰ পৰা শিলঘাটলৈকে কলঙ্গেদি সৰু জাহাজ চলে। **লামডিং**—আসাম বেঙ্গল বেলৰ ডাঙৰ জংচন। **শিলঘাট** ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ এখন গাওঁ ; বেল ষ্টেচন আৰু জাহাজ ঘাট। **বৰদোৱা**—আসামৰ বিখ্যাত কবি আৰু বৈষ্ণৱধৰ্মপ্ৰচাৰক মহাপুৰুষ শঙ্কৰদেৱৰ জন্ম ঠাই। মহাপুৰুষীয়া বৈষ্ণৱবিলাকৰ ই এখন প্ৰধান থান। **ৰহা**—কলঙ্গৰ দাঁতিত। তাত এখন মজলীয়া স্কুল, আডট্‌পোষ্ট আৰু পোষ্টাপিচ্‌ আছে। **পুৰণিগুদাম, চাপৰমুখ, যমুনামুখ, শিলঘাট** বেহাবেপাৰৰ বৰ সুচল ঠাই। **গোদাবড়ী**—ইয়াত চাৰি সত্ৰীয়া **কুৰুৱাবাহীৰ** এখন সত্ৰ আছে।



## যাতায়াতৰ পথ

(১) **আসাম বেঙ্গল বেলৰ আলি :**—নগাওঁৰ দক্ষিণ ভাগেদি গৈছে। জাগী বোড, ধৰমতুল, চাপৰমুখ, কামপুৰ, যমুনামুখ, হোজাই, লঙ্কা, লামচাথাং, পাথাৰকোলা, লামডিং, বৰলংফাৰ, লাংচোলিয়েট, নাইলং, ডিফু আৰু ধনশিৰি। এই কেইটা বেলৰ ষ্টেচন নগাওঁ জিলাৰ ভিতৰত পৰিছে।

(২) চাপৰমুখ—শিলঘাট শাখা লাইন :—চাপৰমুখ, ৰহা, ফুলগুৰি, বেবেজিয়া, সেনচোয়া, নগাওঁ, পুৰণিগুদাম, চামগুৰি, আমলকি, লেংটেং, চালনা, জখলাবান্ধ আৰু শিলঘাট।

ষ্টীমাৰ ষ্টেচন—শিলঘাট আৰু চিংঘাট।

**আলি**—নগাঁওৰ পৰা গোহাটী—চিলঙ ৰোডত যোৰাবাট লৈ এখন ভাল বাট আছে।

দক্ষিণ ট্ৰাঙ্ক ৰোডে নগাঁও জিলাৰ ভিতৰে দি গৈছে।

---

# ৬। শিৱসাগৰ জিলা

ইয়াৰ উত্তৰে দৰঙ্গ আৰু লক্ষীমপুৰ জিলা, পুবে লক্ষীমপুৰ আৰু স্বাধীন নগা পাহাড় ; দক্ষিণে স্বাধীন নগা পাহাড় আৰু নগা পাহাড় জিলা ; পশ্চিমে নগাঁও। এই জিলাৰ মহকুমা তিনিখন (১) যোৰহাট, (২) শিৱসাগৰ, (৩) গোলাঘাট। মাটিকালি ৫২০২ বৰ্গ মাইল আৰু লোকসংখ্যা প্ৰায় আট লাখ।

এই জিলাত সকলোৰকমৰ অসমীয়া আৰু বিদেশী মানুহ আছে; তাৰ বাহিৰেও মিকিৰ, খাম্‌তি, মিৰি আদি বহুত পৰ্ব্বতীয়া জাতি বাস কৰে। আসামৰ ভিতৰত শিৱসাগৰ জিলাতেই অহোমৰ সংখ্যা বেচি।

**প্ৰাকৃতিক বিবৰণ**—এই জিলাৰ পশ্চিমাংশত মিকিৰ পাহাড় আহি সোমাইছে। শিৱসাগৰ জিলা এখন বহল সমতল ভূমি। ইয়াৰ উত্তৰদিকেদি ব্ৰহ্মপুত্ৰ নৈ বৈ গৈছে। **মাজুলী** ব্ৰহ্মপুত্ৰৰ মাজৰ এখন ডাঙ্গৰ ঠাই। নগা পাহাড়ৰ পৰা ওলাই **ডিচাং, দিখৌ, জাজী, দিচৈ বা ভোগদৈ, কাকডঙ্গা** আৰু **ধনশিৰী** ব্ৰহ্মপুত্ৰত পৰিছে। **বুড়ি-দিহীং** নৈয়ে শিৱসাগৰ জিলাক লক্ষীম্‌পুৰ জিলাৰ পৰা বেলেগ কৰিছে। ইয়াত বহুত বিল আছে, তাৰ ভিতৰত **মৰাধলি** আৰু **মৰাধনশিৰী** ডাঙ্গৰ। দক্ষিণ পশ্চিম অংশৰ নামবৰ হাবি আৰু পশ্চিম ফালে নগাঁও আৰু শিৱসাগৰ জিলাৰ মাজত থকা কাজিৰঙ্গা হাবি য়েই ডাঙ্গৰ।

**সাধাৰণ বিবৰণ**—মিকিৰ পাহাড় আৰু তাৰ ওচৰৰ হাবিত হাতী, গঁড়, বাঘ, ভালুক, আদি জন্তু বাস কৰে। দ ঠাই বিলাকত নল, খাগৰি, ইকৰা, আদি খুব হয়। নাজিৰাৰ ওচৰত কয়লাৰ খনি আছে, তাত মাটিতেলো পোৱা যায়; মিকিৰ পাহাড়ত কয়লা আৰু চূণ শিলৰ খনি আছে। এই জিলাত সকলোৰকমৰ খেতি হয়। শিৱসাগৰ জিলা চাহৰ নিমিত্তে প্ৰসিদ্ধ।

---

# যোৰহাট মহকুমা

উত্তৰে খেৰকটিয়া সুঁতি আৰু লোহিত নৈ, দক্ষিণে নগা পাহাড়, পূবে জাঁজি আৰু ব্ৰহ্মপুত্ৰ নৈ, পশ্চিমে কাকডোঙ্গা নৈ আৰু গোলাঘাট।

এই মহকুমাৰ অধীনত যোৰহাট, মাজুলী, টিয়ক আৰু তিতাবৰ এই ৪খন থানাৰ এলাকাত ৮৬৫ খন গাওঁ, মাটিকালি ১০৬০ বৰ্গমাইল, লোকসংখ্যা প্ৰায় তিনি লাখ।

## প্ৰধান ঠাই

**যোৰহাট**—ভোগদৈ নৈৰ পাৰত। উক্ত মহকুমাৰ আৰু শিৱসাগৰ জিলাৰো সদৰ ঠাই। ওচৰাওচৰিকৈ দুখন হাট হৈছিল দেখি এই ঠাইৰ নাম যোৰহাট হৈছে। ইয়াত আহোমৰ শেষ ৰজা সকলে ৰাজধানী পাতিছিল আৰু এতিয়াও যোৰহাটত ৰজাহাউলী বুলি এডোখৰ ঠাই আছে। অতীজৰে পৰা ইয়াত ৰজাঘৰীয়া অনেক বিষয়াৰ বসতি আছে। যোৰহাট ওপৰ আসামৰ মাজঠাই আৰু তালৈ যাতায়তৰো সুবিধা। ৰেলৰ ষ্টেচন **তিতাবৰ** আৰু **মৰিয়নীৰ** পৰা দুটা ৰেলৰ আলি আহি **চেনিমৰাত** লগ লাগিছে আৰু যোৰহাটৰ কাষেদি গৈ ককিলামুখ জাহাজ-ঘাট পাইছে। এইখন ৰেলৰ নাম **যোৰহাট প্ৰভিন্সিয়েল ৰেলওৱে**। আসাম-বেঙ্গল ৰেলৰ এটা লাইন ফৰকাটিঙৰ পৰা গোলাঘাটেদি যোৰহাটলৈ গৈছে। এই

নগৰত দুখন হাইস্কুল আছে। ইয়াত আসাম উপত্যকাৰ শিক্ষাবিভাগৰ ইন্স্পেক্টৰৰ আফিচ, নৰ্ম্মাল স্কুল এখন ডাঙৰ টেক্নিকেল স্কুল আৰু কৃষি বিভাগৰ এখন "ফাৰ্ম" আছে। **তিতাবৰ** এখন ডাঙৰ গাওঁ আৰু ৰেলৰ জংচন। ইয়াত সপ্তাহত এখন ডাঙৰ হাট বহে। **ককিলামুখ**—জাহাজ-ঘাট আৰু ৰেলৰ ষ্টেচন। **মাজুলী**—ব্ৰহ্মপুত্ৰৰ মাজৰ এটা চাপৰি, ইয়াত **আউনিআটী, দক্ষিণপাট, গড়মূৰ** আৰু অনেক আন আন সত্ৰ আছে। **টিয়ক**—ইয়াত থানা, পোষ্ট আফিচ আৰু মাইনৰ স্কুল আছে। এখন হাট বহে। **কাকজান**—ইয়াত এখন ডাক্তাৰখানা আৰু এখন মাইনৰ স্কুল আছে। **বজাহাউলী**—আৰু **চাৰিগাঁও**—ডাঙৰগাওঁ। বহুত ভদ্ৰলোকৰ ঘৰ আছে।

---

# শিৱসাগৰ মহকুমা

শিৱসাগৰ মহকুমাৰ উত্তৰে লক্ষীমপুৰ জিলা দক্ষিণে নগা পাহাড়, পূবে ডিব্ৰুগড় মহকুমা, পশ্চিমে জাঁজী।

৭২০ খন গাঁও গোটাই এই মহকুমা পতা হৈছে। ইয়াত থানা দুখন, শিৱসাগৰ আৰু বৰতলা ; আউটপোষ্ট্ দুটা, সোনাৰি আৰু আমগুৰি। মাটিকালি ১০২৮ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় তিনি লাখ।



## প্ৰধান ঠাই

**শিৱসাগৰ**—দিখৌ নৈৰ উত্তৰ পাৰত। মহকুমাৰ সদৰ ঠাই। ইংৰাজে ১৮৩৮ খৃষ্টাব্দত প্ৰথমে ইয়াতেই জিলাৰ সদৰ ঠাই পাতিছিল। কিন্তু ১৯১২ চনৰ পৰা যোৰহাটলৈ সদৰ ঠাই তুলি নিছে। ১৭২২ খৃষ্টাব্দত মহাৰাজ শিৱসিংহই দৌল, দেৱালয় সমন্বিতে "শিৱসাগৰ" নামে এটা ডাঙৰ পুখুৰী খনাই ছিল। সেই নাম অনুসৰি নগৰ, মহকুমা আৰু জিলাৰ নাম শিৱসাগৰ হৈছে। এই পুখুৰীৰ পানী বেচ ফট্ফটীয়া আৰু সদাই পাৰলৈকে ভৰি থাকে ; ইয়াৰ চাৰিও পাৰে ধুনীয়া ধুনীয়া চৰকাৰী ঘৰ। ইয়াত দুখন হাইস্কুল আছে। **ৰংপুৰ**—দিখৌ নৈৰ দক্ষিণ পাৰত আৰু চহৰৰ পৰা দুমাইল দূৰৈত। পূৰ্ব্বে আহোম ৰজাবিলাকে ইয়াত ৰাজধানী পাতিছিল। এতিয়াও ইয়াত ৰংঘৰ, কাৰেংঘৰ, তলাতল ঘৰ আদিৰ ভগ্নাৱশেষ পৰি আছে। ১৬৯৮ খৃষ্টাব্দত মহাৰাজ ৰুদ্ৰসিংহই ৰংপুৰৰ ওচৰতে তেওঁৰ মাক ৺জয়মতী কুঁৱৰীৰ নাম চিৰস্মৰণীয় কৰিব কাৰণে "জয়সাগৰ" পুখুৰী খনাইছিল। **গড়গাওঁ**—দিখৌ নৈৰ পাৰত এসময়ত আহোম ৰজাসকলৰ ৰাজধানী আছিল। **নাজিৰা**—চহৰৰ পৰা ৯ মাইল দক্ষিণ-পূবে দৈখৌ নৈৰ দাঁতিত। নাজিৰা এখন বেহা-বেপাৰৰ প্ৰধান ঠাই আৰু আসাম-বেঙ্গল ৰেলৰ ষ্টেচন। বাৰিষা ইয়ালৈ দিখৌয়েদি ফেৰি-জাহাজ চলাচল কৰে। ইয়াত এটা হাইস্কুল আছে। **জাঁজী**—ডাঙৰ গাওঁ ; চহৰৰ পৰা ১৬

মাইল দূৰ। **চাৰিং**—এখন ডাঙৰ গাওঁ, ইয়াত অনেক পুৰণি মানুহৰ চাষ আছে। **মেচাগৰ, কালুগাওঁ** প্ৰভৃতি ডাঙৰ গাওঁ।

---

# গোলাঘাট মহকুমা

গোলাঘাট মহকুমাৰ উত্তৰে দৰং আৰু লক্ষীম্‌পুৰ জিলা দক্ষিণে আৰু পশ্চিমে নগাওঁ, আৰু নগা পৰ্ব্বত, পূবে কাকদঙ্গা নৈ। এই মহকুমাত ৫৭৪ খন গাওঁ, গোলাঘাট আৰু দেৰগাওঁ তুখন থানা আৰু বোকাখাট নামে এখন আউটপোষ্ট আছে। মাটিকালি ৩,৯১৪ বৰ্গমাইল আৰু লোক সংখ্যা প্ৰায় আঢ়ৈলাখ। শিৱসাগৰ জিলাৰ ভিতৰত এই মহকুমাই ডাঙৰ।

## প্ৰধান ঠাই

**গোলাঘাট**—মহকুমাৰ সদৰ ঠাই। এই নগৰ ধনশিৰী নৈৰ পাৰত। ইয়াত এখন চৰ্কাৰি হাইস্কুল আছে। গোলাঘাট, ফাৰ্‌কাটিং ষ্টেচনৰ পৰা ৫ মাইল আৰু কামাৰবন্ধাআলি ষ্টেচনৰ পৰা ৬ মাইল। বাৰিষা ধনশিৰীমুখৰ পৰা গোলাঘাটলৈ সৰু জাহাজ চলে। **ফটাশিল**—গোলাঘাটৰ পৰা কহিমালৈ যোৱা বাটত। ইয়াত "গৰম পানী" নামে এটা তপত পানীৰ পুং আছে। খহু হোৱা মানুহে এই পুঙত গা ধুলে খহু ভাল হয় বুলি কয়। **ডেকিয়াল**—এটা ডাঙৰ মৌজা। নগৰৰ পৰা আঢ়ৈ মাইল দূৰৈ। ইয়াত গোঁসাই, মহন্ত আৰু গোঁহাই, সন্দিকৈ আদি খিতাপৰ অনেক মানুহ আছে। এই মৌজাত মাহ, সৰিয়হ, তুলা আৰু গুৰ যথেষ্ট পোৱা যায়। **দেৰগাওঁত**—বহুত বামুন আছে। মহাৰাজ বুদ্ধিস্বৰ্গ-নাৰায়ণে ইয়াৰ নেত্ৰিটিং টিলাৰ ওপৰত দ'ল আৰু দেৱালয় স্থাপন কৰি অনেক মাটিবৃত্তি দি গৈছে। এতিয়াও ইয়াত পূজাপাতল চলি থাকে। ইয়াত এখন মাইনৰ স্কুল, থানা আৰু ডাক্তাৰখানা আছে। **বোকাখাট**—এটা ডাঙৰ মৌজা। ইয়াত নুমলীগড় নামে ৰজাদিনৰ এটা ডাঙৰ গড় আছে, চাহ আৰু ধান খুব হয়। **বাদুলিপাৰ**—ইয়াত বৰপথাৰ "ফাৰ্ম" নামে চেনিৰ কাৰখানা আছে।



## যাতায়াতৰ পথ

**ৰেল ষ্টেচন—(১) আসাম-বেঙ্গল প্ৰধান লাইনৰ**—বোকাজান, নাওজান, সৰুপথাৰ, বৰপথাৰ, জামগুৰি, ওৱাটিং, ফৰ্‌কাটিং, কমৰবন্ধালি, তিতাবৰ, লেটেকুজান, খৰিকটিয়া, মৰিয়ানি, নকছাৰি, চেলেংহাট, আমগুৰি, নামতিআলি, মেজেঙ্গা, নাজিৰা, শিমলুগুৰি, লাকোৱা, চাফ্ৰাই, ভজো, সাপেখাতি, বৰহাট আৰু নামৰূপ।

(২) **শিমলুগুৰি-নগিনামাৰা** শাখা লাইন:—শিমলুগুৰি, চণ্টক, বিহুবৰ আৰু নগিনামাৰা।

(৩) **শিমলুগুৰি-খোৱাং** লাইন ঃ—শিমলুগুৰি শিৱসাগৰ টাউন, দিশাং, খৰাহাট, চাপন, মহ্খুটি, মৰানহাট, খোৱাং।

(৪) **ফৰকাটিং, বাদুলিপাৰ** ঃ—ফৰকাটিং,গোলাঘাট ; হালমাৰা, হাঁহটলি, খুমটাই, বাদুলিপাৰ, মিছামাৰা, বামুনগাঁও, ভালুকমাৰা, বৌৰয়া, যোৰহাট।

(৫) যোৰহাট প্ৰভিঞ্চিয়াল ৰেল পথ ঃ—

(ক) মৰিয়ানি-ককিলামুখ—মৰিয়ানি, নাহৰবাৰি, চেনিমৰা, খেলমাটি, যোৰহাট, পটিয়াগাঁও, গোহাইগাঁও, ককিলামুখ।

(খ) তিতাবৰ-যোৰহাট—তিতাবৰ, বঙাজান, ঢেকিয়াজুলি, চেনিমাৰা, খেলমাটি, যোৰহাট।

**জাহাজঘাট**।—দিচাংমুখ, দিখৌমুখ, কমলাবাৰী, ককিলামুখ ইত্যাদি।

**প্ৰধান প্ৰধান আলি**।—দক্ষিণ ট্ৰাঙ্ক ৰোড জিলাৰ ভিতৰে দি গৈছে।

---

## ৭। লক্ষীম্পুৰ জিলা

লক্ষীম্পুৰ জিলাৰ উত্তৰে আবৰ, মিৰি, ডফলা আৰু মিচমি পৰ্ব্বত, দক্ষিণে পাটকাই পৰ্ব্বত আৰু লোহিত নৈ ; পূবে মিচমি আৰু চিংফৌ পৰ্ব্বত ; পশ্চিমে দৰঙ্গ আৰু শিৱসাগৰ জিলা। এই জিলাৰ মহকুমা দুখন—ডিব্ৰুগৰ আৰু উত্তৰ লক্ষীম্পুৰ। মাটি কালি ৩৫৫০ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় ছয় লাখ।



এই জিলাৰ অধিবাসী বিলাকৰ ভিতৰত আহোমৰ সংখ্যাই বেচি। চাঁওতালী কুলীও বহুত আছে। পূব ফাললৈ মটক আৰু ফাকিয়াল বিলাকৰ বাস কৰে।

**প্ৰাকৃতিক বিবৰণ**—লক্ষীম্পুৰ জিলাখন তিনিফালে পৰ্ব্বতেৰে ঘেৰা এখন বহল সমতল ভূমি। **ব্ৰহ্মপুত্ৰ, লুইত** আৰু বহুত উপনৈ এই জিলাৰ মাজেদি বৈ গৈছে। মিচিমি পৰ্ব্বতৰ পৰা ওলোৱা **কুণ্ডিলপানী** আৰু **দিগৰু** নৈ, হিমালয় আৰু পাটকাই পৰ্ব্বতৰ পৰা ওলোৱা **ডিহিং, বুঢ়ীডিহিং** নৈ ব্ৰহ্মপুত্ৰত পৰিছে। **ডিব্ৰু** নৈ পূবফালৰ পৰ্ব্বতৰপৰা ওলাই ডিব্ৰুগড়ৰ ওচৰতে ব্ৰহ্মপুত্ৰত পৰিছেহি। **সোৱনশিৰী, ৰঙ্গা নৈ, দিকৰং** আৰু **ডল নৈ,** উত্তৰ সীমাৰ পৰ্ব্বতৰ পৰা ওলাই লুইতত পৰিছে। এই জিলাত বহুত বিল আছে; তাৰ ভিতৰত **বঙালমাৰী, পাভামাৰী, গৰুখুটি,** আৰু **কানিবিল** উল্লেখযোগ্য।

**সাধাৰণ বিবৰণ**—নৈৰ দাঁতিয়ে কাষৰে প্ৰায়েই দ ঠাই। সেই বিলাক নল, ইকৰা, খাগৰী আদিৰে ভৰা। এই জিলাতে চাহ বাগিচাৰ সংখ্যা বহুত বেচি আৰু চাহেই প্ৰধান উৎপন্ন বস্তু। কয়লাৰ খনি, তেলৰপুঙ্ আৰু নানান্ কল-কাৰখানাৰ কাৰণে এই জিলা প্ৰসিদ্ধ। লক্ষীম্পুৰ জিলা ব্ৰহ্মপুত্ৰৰ উত্তৰ দক্ষিণ দুয়ো পাৰে। উত্তৰ পাৰত উত্তৰ লক্ষীম্পুৰ মহকুমা আৰু দক্ষিণ পাৰত ডিব্ৰুগড় মহকুমা।

# ডিব্রুগড় মহকুমা

ডিব্রুগড় মহকুমাৰ উত্তৰে আবৰ, মিৰি, ডফলা আৰু মিচিমি পৰ্ব্বত; পূবে মিচিমি আৰু চিংফৌ পৰ্ব্বত; পশ্চিমে শিৱসাগৰ আৰু উত্তৰে উত্তৰ লক্ষীমপুৰ। এই মহকুমাৰ মাটিকালি ২৩৮৫ ৱৰ্গমাইল আৰু লোক সংখ্যা প্ৰায় পৌণে পাঁচ লাখ।

ডিব্রুগড়, ধেমাজি, ডুমডুমা, মাৰ্ঘেৰিটা, জয়পুৰ, মৰাণ, আৰু তিনিচুকীয়া থানাৰ এলাকাৰ ১১৮৯ খন গাঁও গোটাই ডিব্রুগড় মহকুমা পতা হৈছে।

## প্ৰধান ঠাই

**ডিব্রুগড়**—এই মহকুমাৰ প্ৰধান নগৰ আৰু লক্ষীমপুৰ জিলাৰ সদৰ ঠাই; ডিব্রুনৈৰ বাঁও দাঁতিত। ১৮২৭ খৃষ্টাব্দত ইংৰাজে আসামদেশ পোৱাৰ পাচতেই ডিব্রু নৈৰ পাৰত এটা কোঠ বা গড় মাৰিছিল। সেই অনুসৰি এই নগৰৰ নাম ডিব্রুগড় হৈছে। ইয়াৰ প্ৰাকৃতিক দৃশ্য অতি মনমোহা। আকাশ নিৰ্ম্মল থাকিলে চাৰিউফালৰ পাহাড়বিলাক অতি সুন্দৰ দেখায়। ডিব্রুগড় আসাম উপত্যকাৰ সকলোৰকম বেহাবেপাৰৰ প্ৰধান কেন্দ্ৰ ঠাই। কলিকতাৰপৰা নানা তৰহৰ বস্তু, কাপোৰকানি আৰু কলযন্ত্ৰ আদি ইয়ালৈ আমদানী হয় আৰু ইয়াৰপৰা চাহ, কয়লা, কেৰাচিন আদি বস্তু ভিন্ ভিন্ ঠাইলৈ চালান হয়। ইয়াত এটা "মেডিকেল স্কুল", দুটা হাইস্কুল আৰু এটা ছোৱালীৰ



হাই স্কুল" আছে। ৰেলৰ কাৰখানাঘৰ চহৰৰ অলপ দূৰত, ৰেলৰ ষ্টেচন চহৰৰ ভিতৰতে। ডিব্রুগড় এটা বৰ ডাঙৰ জাহাজ ঘাট। **লিডু, টিকক্ আৰু নামডাং** পাহাড়ত কয়লাৰ খনি আছে। এই বিলাক ঠাইৰ ওচৰত কেৰাচিন তেলৰ পুঙ্ আছে। **ডিগবৈৰ** পুঙতেই সকলোতকৈ বেচি কেৰাচিন তেল পোৱা যায়। ইয়াত কেৰাচিন তেল চাফ্‌কৰিবলৈ কাৰখানা আছে; **তিনিচুকিয়া** ৰেলওৱে জংচন। **ডুমডুমাত** চাহৰ বাগিচা আৰু আউটপোষ্ট্ আছে। **মাকুম** চাহৰ নিমিত্তে বিখ্যাত। **চিচিত** কাঠফলা কল আৰু ডাকঘৰ আছে। **মাৰ্ঘেৰিটা** কয়লা, কেৰাচিন, চাহ আৰু মাটিতেলৰ নিমিত্তে বিখ্যাত। ইয়াত এটা ডাকঘৰ আৰু আউটপোষ্ট আছে; কাঠফলা কলো আছে। **চাবুৱাত** আৰু **মৰাণত** ডাঙৰ হাট হয়। **খোৱাং**—ইয়াত এখন মাইনৰ স্কুল আছে। **টেঙাখাত** ইয়াত বহুত টেঙা পোৱা যায়। এখন মজলীয়া স্কুল আছে। **ধেমাজি**—ইয়াত মুগাৰ কাপোৰ আৰু এড়ি সূতা পোৱা যায়।

ডিব্রুগড়ৰ পৰা তিনিচুকিয়াইদি চৈখোৱাঘাটলৈ আৰু লিডুলৈ ৰেলৰ লাইন আছে, তাৰ নাম ডিব্রু সদিয়া ৰেলওৱে। মাকুম জংসনৰ পৰা ইয়াৰ এটা শাখা চৈখোৱালৈ গৈছে আৰু এটা শাখা লিডুলৈ গৈছে। ডিব্রু-সদিয়া ৰেলওৱে তিনিচুকিয়াত আসাম-বেঙ্গল-ৰেলওৱেৰ লগ লাগিছে।

---

# উত্তৰ লক্ষীম্পুৰ মহকুমা

উত্তৰ-লক্ষীম্পুৰৰ উত্তৰে মিৰি আৰু ডফলা পৰ্ব্বত ; দক্ষিণে লুইত আৰু খেৰকটীয়া সুঁতি ; পূবে ডিব্রুগড় মহকুমা পশ্চিমে দৰঙ্গ জিলা আৰু ডফলা পৰ্ব্বত। উত্তৰ-লক্ষীম্পুৰ আৰু ঢকুৱাখানা থানাৰ এলেকাৰ ৫১৯ খন গাঁও গোটখাই উত্তৰ লক্ষীম্পুৰ মহকুমা। ইয়াৰ মাটিকালি ১১৬৫ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় সওয়া এক লাখ।

## প্ৰধান ঠাই

**উত্তৰ লক্ষীম্পুৰ**—মহকুমাৰ প্ৰধান ঠাই ; অতি পুৰণি নগৰ। ইয়ালৈ যাতায়াতৰ বৰ অসুবিধা। ব্ৰহ্মপুত্ৰৰ পাৰৰ কমলাবাৰী জাহাজঘাটৰ পৰা ইয়ালৈ ৩০ মাইল দূৰ ; চহৰৰ ভিতৰলৈকে এটা আলি আছে ; মটৰ চলে। বাৰিষা হলে নগৰৰ পৰা ৬ মাইল দূৰৈৰ "ফুটাবিল" ঘাটলৈকে জাহাজ চলে। এই জাহাজ বদতিঘাটলৈকে যায়। বদতিঘাটৰ পৰা ধনশিৰীমুখলৈকে গোটেই বছৰ জাহাজ চলে। ইয়াৰপৰা উত্তৰ লক্ষীম্পুৰলৈ মটৰ্ চলে। **ঢকুৱাখানা**—উত্তৰ লক্ষীম্পুৰৰ পৰা ৩০ মাইল মান দূৰৈ। ইয়াত ডাকঘৰ আৰু থানা আছে। **নাৰায়ণপুৰ** এখন পুৰণি ঠাই।



## যাতায়াতৰ পথ

**ৰেলষ্টেচন** ঃ— (১) ডিব্রু-সদিয়া-ৰেলওৱে—ডিব্রুগড়, চাউলখোৱা, লাহোৱাল, ডিকম, চাবুৱা, পানীতোলা, তিনিচুকিয়া, মাকুম জংচন্, টিংৰাই, বগাপানি, ডিগবৈ, পাৱই, মাৰ্ঘেৰিটা, বৰগলই, লিডু। মাকুমৰ পৰা আন শাখা—মাকুম, বৰহাপজান, ইঁহচৰা, ডুমডুমা, তালাপ, ডাঙ্গৰী আৰু চৈখোৱাঘাট।

(২) আসাম-বেঙ্গল ৰেলওৱে—তিনিচুকিয়া, চাবআলি, বৰডুবি ৰোড, ঢুলিয়াযান, নাহৰকাটিয়া, বালিমাৰা আৰু নামৰূপ।

(৩) খোৱাঙ-শিমলুগুৰি শাখা—খোৱাঙ, মৰান্হাট।

**জাহাজ ঘাট** ঃ—ডিব্রুগড়, দিহিং মুখ, বদতিঘাট ইত্যাদি।

**প্ৰধান আলি** ঃ—উত্তৰ ও দক্ষিণ ট্রাঙ্ক ৰোড, জিলাৰ ভিতৰেদি গৈছে।

---

# বিভাগ

কেইখনমান জিলা গোটাই একোটা বিভাগ কৰা হয়। প্ৰত্যেক বিভাগৰ শাসনভাৰ "কমিচনাৰ" বুলি এজন ডাঙ্গৰ বিষয়াৰ গাত থাকে। জিলাৰ শাসনকৰ্ত্তা ডিপুটি কমিচনাৰ এই কমিচনাৰৰ তলতীয়া। ডিপুটি কমিচনাৰে আৰু এচিষ্টেণ্ট কমিচনাৰ বা চবডিবিজনেল্ অফিচাৰবিলাকে

যেনেকৈ নিজৰ নিজৰ মহকুমাৰ সকলো বিষয়ে তদাৰক কৰে, সেই দৰে কমিচনাৰেও গোটেই বিভাগৰ সকলো বিষয়ৰে তত্বাৱধান লয়। জিলাৰ ডিপুটি কমিচনাৰ্ বিলাকে এওঁৰ উপদেশ মতে কাম কৰে। প্ৰত্যেক বিভাগতে শিক্ষাকাৰ্য্য চলাবৰ কাৰণে একোজন ইন্স্পেক্টৰ্ থাকে, এঁও শিক্ষাবিভাগৰ ডাইৰেক্টৰৰ তলতীয়া। প্ৰত্যেক মহকুমাত একোজন ডিপুটি ইন্স্পেক্টৰ্ থাকে। কমিচনাৰ যি নগৰত থাকে সেই ঠাইক সেই বিভাগৰ প্ৰধান সদৰঠাই বোলে।



## আসাম উপত্যকা বিভাগ

(১) গোৱালপাড়া (২) গাৰোপাহাড় (৩) কামৰূপ (৪) দৰঙ্গ (৫) নগাওঁ (৬) শিৱসাগৰ আৰু (৭) লক্ষীম্পুৰ—এই সাতখন জিলা গোটাই যি বিভাগ হৈছে তাৰ নাম **আসাম উপত্যকা** বা **ব্ৰহ্মপুত্ৰ উপত্যকা বিভাগ**। লক্ষীম্পুৰ আৰু শিৱসাগৰ জিলাক **ওপৰ আসাম,** দৰঙ্গ আৰু নগাঁও জিলাক **মাজ আসাম,** কামৰূপ আৰু গোৱালপাড়াক **নামনি আসাম** বোলে।

**সীমা**—উত্তৰে ভোটান পৰ্ব্বত, অঁকা, মিৰি আৰু মিচিমি পাহাড়; পূবে মিচিমি, চিংফৌ, পাটকাই আৰু স্বাধীন নগা পাহাড়; দক্ষিণে স্বাধীন নগা পাহাড় আৰু নগা পাহাড় জিলা;



পশ্চিমে ভাটিৰ ৰংপুৰ, কোচবিহাৰ আৰু জলপাইগুৰি জিলা। মাটিকালি ২৭,৩৭৮ বৰ্গমাইল আৰু **লোকসংখ্যা** ৩২,৬৭,৬০৫ বা প্ৰায় চাৰে বত্ৰিচ লাখৰ ওপৰ।

**গুৱাহাটী** ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰধান ঠাই। এই বিভাগৰ দেৱানী আৰু ফৌজদাৰী মকৰ্দ্দমাৰ সুবিধাৰ কাৰণে গুৱাহাটীত এজন **জজ্** আৰু এজন **সহকাৰী চাবৰ্ডিনেট** বা **তলতীয়া জজ্** আছে।

**প্ৰাকৃতিক বিবৰণ**—আসাম উপত্যকাৰ উত্তৰ, দক্ষিণ আৰু পূৰপিনে গড়ৰ নিচিনাকৈ শাৰী শাৰী পৰ্ব্বতে ঘেৰি আছে। উত্তৰ আৰু দক্ষিণৰ পৰ্ব্বতৰ শাৰীবিলাকৰ মাজৰ সমতল ভূমিৰ মাজেদি ব্ৰহ্মপুত্ৰ নৈ বৈ গৈছে। সেই কাৰণেই আসাম উপত্যকাৰ নাম **ব্ৰহ্মপুত্ৰ উপত্যকা**। ব্ৰহ্মপুত্ৰ উপত্যকা দীঘে ৪৫০ আৰু পুতলে ৫০ মাইল।

**ব্ৰহ্মপুত্ৰ নৈ**—হিমালয়ৰ উত্তৰে তিব্বত মালভূমিৰ মানস সৰোবৰৰ পৰা শাম্পু নদী ওলাই আহি পাছিঘাটৰ ওচৰত পৰ্ব্বতৰ পৰা ভৈয়ামলৈ নামিছে। এই ঠাইৰ পৰা **ডিহং** নাম লৈ সদিয়াৰ ৮।৯ মাইল ভাটিত 'কবো' পাইছে হি। উত্তৰ ফালৰ পৰ্ব্বতৰ পৰা ডিবং আহিও এই খিনি পাইছে।

পূবফালে মিচিমি পাহাড়ৰ সিফালৰ পৰা লোহিত নৈ আহি ব্ৰহ্মকুণ্ড বা পৰশুৰাম কুণ্ড সোমাইছে। আৰু এই কুণ্ড ভেদ কৰি ব্ৰহ্মপুত্ৰ নাম লৈ সদিয়াৰ ভাটিত ডিহঙ্ আৰু ডিবঙ্গৰে সৈতে মিলিছে; ইয়াৰে পৰাই ব্ৰহ্মপুত্ৰৰ আৰম্ভ।

লোহিত নৈ ডিহঙৰ লগত মিলাৰ আগতে ব্ৰহ্মদেশৰ পৰ্ব্বতৰ পৰা ডিহিং নৈ আহি চুণপোৰাৰ কিছু উজনিত লোহিতৰ লগত মিলিছে। বাটতে আকৌ ডিহিং দুসূঁতি হৈছে; চুণপোৰাৰ ওচৰত লোহিতত পৰা সূঁতিৰ নাম **নডিহিং** আৰু ই সূঁতি ডিব্ৰুগড়ৰ নামনিত ব্ৰহ্মপুত্ৰৰ লগত মিলিছে, ইয়াৰ নাম **বুঢ়ীডিহিং**।

এই দৰে ব্ৰহ্মপুত্ৰ আসাম উপত্যকাৰ মাজেদি বৈ গৈ গাৰো পাহাড়ৰ ভাটিত বঙ্গদেশ সোমাইছে। ইয়াৰ পৰা বঙ্গদেশৰ প্ৰধান সূঁতিৰ নাম **যমুনা** হৈছে।

সাগৰত পৰাৰ আগতে পদ্মা, যমুনা আৰু মেঘনা লাঙ্গলবন্দ ঠাইত মিলি **মেঘনা** নাম হৈছে। আৰু তাৰ পৰা বহল হৈ গৈ সাগৰত পৰিছে।

**হাৱাপানী**—এই বিভাগৰ উত্তৰ অঞ্চলত বৰষুণ বৰ বেচি। দক্ষিণ আৰু মাজৰ অঞ্চলত কিছু কম আৰু পশ্চিম ফালে বৰষুণ স্বাভাবিক; জাৰ আৰু জহ কোনোটাৰেই বৰ বেচি নহয়। মুঠতে গোটেই বিভাগেই স্বাস্থ্যকৰ।

---

# সুৰমা উপত্যকা আৰু পৰ্ব্বতীয়া অঞ্চল বিভাগ

আসাম উপত্যকাৰ দক্ষিণৰ শ্ৰীহট্ট, কাছাড়, লুচাই পাহাড় খাচিয়া আৰু জয়ন্তীয়া পাহাড় আৰু নগা পাহাড় এই পাঁচখন জিলা গোটাই যি বিভাগ তাৰ নাম **সুৰমা উপত্যকা আৰু পৰ্ব্বতীয়া অঞ্চল বিভাগ**। শ্ৰীহট্ট আৰু কাছাড় সুৰমা উপত্যকা; খাচীয়া, জয়ন্তীয়া, লুচাই, আৰু নগা পাহাড় পৰ্ব্বতীয়া অঞ্চল। **চিলচৰ** এই বিভাগৰ প্ৰধান সদৰ ঠাই।

**সীমা**—উত্তৰে কামৰূপ, নগাঁও আৰু শিৱসাগৰ জিলা; পূবে মণিপুৰ ও ব্ৰহ্মদেশ, দক্ষিণে চট্টগ্ৰাম; পৰ্ব্বতীয়া ত্ৰিপুৰা আৰু ত্ৰিপুৰা জিলা; পশ্চিমে মৈমনচিং আৰু গাৰোপাহাড় জিলা। **ভূমি পৰিমাণ**—২৫৩১৭ বৰ্গমাইল। **লোক-সংখ্যা**—প্ৰায় পৌণে ছত্ৰিচ লাখ।

**প্ৰাকৃতিক বিবৰণ**—খাচীয়া আৰু জয়ন্তীয়া, নগা, লুচাই, আৰু উত্তৰ কাছাড় খণ্ড খণ্ড পাহাড়ময়। শ্ৰীহট্ট আৰু কাছাড় জিলাৰ দক্ষিণাংশত সৰু সৰু কেইটামান পাহাড় আছে; কিন্তু বেচি ভাগেই সমান ঠাই। এই বিভাগৰ মাজেদি **বৰাক** নৈ বহুত শাখা প্ৰশাখাৰে বৈ গৈছে। এই নৈ মণিপুৰৰ পূবৰ আঙ্গামি নগা পাহাড়ৰ পৰা ওলাই উত্তৰ মুৱা হৈ কাছাড় আৰু মণিপুৰৰ সীমাই দি গৈ পশ্চিম পিনে ঢাল খাই আকৌ বেঁকাগতিৰে কাছাড় জিলাত সোমাইছে। বদৰপুৰৰ ওচৰত

বৰাক নৈৰ **সুৰমা** আৰু **কুশিয়াৰা** নামে দুটা সুঁতি গৈছে। সুৰমা নৈ উত্তৰ পশ্চিম মুখে আৰু কুশিয়াৰা নৈ দক্ষিণ পশ্চিম মুখে শ্ৰীহট্ট জিলাইদি বৈ গৈছে; তাত বহুত উপনৈ লগ লাগিছে। হবিগঞ্জ মহকুমাৰ দক্ষিণ-পশ্চিম অংশত সুৰমা আৰু কুশিয়াৰা লগ লাগি **ভেড়ামোহনা** আৰু **ধলেশ্বৰী** নাম পাইছে। ধলেশ্বৰী মৈমনচিং জিলাৰ ভৈৰব বজাৰৰ ওচৰত ব্ৰহ্মপুত্ৰ নৈৰে মিলিছে আৰু তাৰ পৰা **মেঘনা** নাম পাইছে। মেঘনা বঙ্গদেশেদি বৈ গৈ বঙ্গোপসাগৰত পৰিছে।

খাচীয়া জয়ন্তিয়া আৰু ত্ৰিপুৰা পাহাড়ৰ মাজৰ উপত্যকাইদি সুৰমা নৈ বৈ গৈছে দেখি সেই উপত্যকাৰ নাম **সুৰমা উপত্যকা**। সুৰমা উপত্যকা বৰ দ ঠাই।

---

## শ্ৰীহট্ট জিলা

শ্ৰীহট্ট জিলাৰ উত্তৰে খাচীয়া আৰু জয়ন্তীয়া পাহাড়; দক্ষিণে ত্ৰিপুৰা পৰ্ব্বত; পূবে কাছাড় জিলা, পশ্চিমে মৈমনচিং জিলা; এই জিলাৰ ভূমিপৰিমাণ ৫,৩৮৮ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় ২৫½ লাখ। মহকুমা পাঁচখন—(১) **উত্তৰ শ্ৰীহট্ট**, (২) **সুনামগঞ্জ**, (৩) **হবিগঞ্জ**, (৪) **দক্ষিণ শ্ৰীহট্ট**, (৫) **কৰিমগঞ্জ**। **এই আটাই কেইখন মহকুমাৰ অধীনত** ১০৭৭৬ খন গাওঁ।



ত্ৰিপুৰা পৰ্ব্বতৰ কিছুমান ঠেঙ্গুলি আহি এই জিলাত সোমাইছে। শ্ৰীহট্ট জিলাত বহুত বিল আছে। এই অঞ্চলত বিলক **হাওৰ** বোলে। কৰিমগঞ্জ মহকুমাৰ **হাকালুকি** হাওৰেই ডাঙ্গৰ আৰু জনাজাত। শ্ৰীহট্ট জিলাৰ প্ৰধান নৈ **সুৰমা** আৰু **কুশিয়াৰা**। এই জিলা চূণ-শিলৰ কাৰণে প্ৰখ্যাত। শ্ৰীহট্ট আৰু কাছাড় জিলাৰ মাজত মাটিতেলৰ পুঙ্ আছে। এই জিলাত কাঠ, বাহ আৰু বেতৰ খুব ভাল কাম হয় আৰু সেইবোৰ অন্য ঠাইলৈকে যায়। ইয়াত উত্তম দা, কটাৰীও তৈয়াৰ হয়।

### প্ৰধান ঠাই

**শ্ৰীহট্ট** এই জিলাৰ সদৰ ঠাই, সুৰমা নৈৰ দাঁতিত। ইয়াত তিনিখন লৰাৰ আৰু এখন ছোৱালিৰ হাইস্কুল, এখন টেকনিকেল্ স্কুল, এখন বড় মাদ্ৰাচা, এখন সংস্কৃত কলেজ আৰু চহৰৰ পৰা তিনি মাইল দূৰৈত মুৰাৰিচাঁদ কলেজ আছে। আৰু এখন মেডিকেল স্কুল হব ধৰিছে। শ্ৰীহট্ট বেহাবেপাৰৰ ঘাই ঠাই; ইয়াত বেত আৰু বাঁহৰ চ'কি, পেটাৰী, বাকচ্ আদি তৈয়াৰ হয় আৰু নানা ঠাইলৈ যায়। চহৰৰ উত্তৰ-পশ্চিম ভাগত **চাহজালাল** নামে প্ৰসিদ্ধ ফকিৰজনৰ **দৰগা** আছে। মুচলমানবিলাকৰ অতি পবিত্ৰ তীৰ্থ। হিন্দুবিলাকেও তাক মানে। **মহাপ্ৰভুৰ বাড়ী** চহৰৰ পৰা সাত ক্ৰোশ দূৰৈ **ঢাকা-দক্ষিণ** গাৱঁত শ্ৰীচৈতন্যৰ পিতাক জগন্নাথ মিশ্ৰেই জন্মগ্ৰহণ কৰিছিল। শ্ৰীচৈতন্যদেৱৰ মন্দিৰ আছে। **সুনামগঞ্জ**

—মহকুমাৰ নগৰমহল সুৰমা নৈৰ বাওঁ পাৰত। সুনামগঞ্জ এটা ডাঙৰ জাহাজ-ঘাট। চূণৰ ব্যৱসায়ৰ নিমিত্তে প্ৰসিদ্ধ। **ছাতক**—সুৰমাৰ বাওঁ পাৰে, বাণিজ্যৰ ঠাই। চূণ, সুমথিৰা টেঙ্গা আৰু আলুৰ ৰপ্তানী হয়। **হবিগঞ্জ**—মহকুমাৰ নগৰমহল। শাখাবৰাক আৰু খোৱাই নৈৰ সন্ধি-ঠাইত। ইয়াত দুটা হাইস্কুল আছে। ই বাণিজ্যৰ ঠাই। **বানিয়াচঙ্গ**—আসামৰ সকলো জিলাৰ ভিতৰত এই গাঁৱৰ লোকসংখ্যা আটাইতকৈ বেচি। এই গাৱঁত এখন হাইস্কুল আছে। **মৌলবী বাজাৰ**—মহকুমাৰ নগৰ মহল, মনু নৈৰ বাওঁ পাৰত; ইয়াত এটা হাইস্কুল আছে। **কৰিমগঞ্জ**—কুশিয়াৰা নৈৰ বাওঁ পাৰত, মহকুমাৰ নগৰমহল। ইয়াত এটা হাইস্কুল আছে। চহৰৰ উত্তৰে জাহাজ ঘাট আৰু দক্ষিণে বেলৰ ষ্টেচন, বেহাবেপাৰৰ সুচল ঠাই। ইয়াৰ পৰা ধান, সৰিয়হ, তিচি, চাহ, বাঁহৰ চটাই আৰু কাঠ চালান হয়। **লাতু**—১৮৫৭ খৃষ্টাব্দত সিপাহী বিদ্ৰোহৰ সময়ত ইয়াত যুদ্ধ হৈছিল। **বদৰপুৰ**—এটা ডাঙৰ ৰেলৰ জংচন।

---

## কাছাড় জিলা

কাছাড় জিলাত **চিলচৰ, হাইলাকান্দি আৰু উত্তৰ কাছাড় মহকুমা** আৰু মুঠতে ১৫৩৫ খন গাওঁ। এই জিলাৰ উত্তৰে জয়ন্তীয়া পাহাড়, নগাওঁ আৰু নগাপাহাড় জিলা; দক্ষিণে শ্ৰীহট্ট জিলা; পূবে নগাপাহাড় আৰু মণিপুৰ পশ্চিমে শ্ৰীহট্ট আৰু জয়ন্তীয়া পাহাড়। এই জিলাৰ মাটিকালি ৩,৫৬৫ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় সওয়া ৫ লাখ। এই জিলাৰ অধিবাসী বিলাকৰ ভিতৰত বঙ্গালী, কছাৰী, মণিপুৰী, নগা, কুকি, মিকিৰ আৰু লুচাই আদিয়েই বেচি।



এই জিলাৰ দক্ষিণাংশ অৰ্থাৎ চিলচৰ আৰু হাইলাকান্দি **সমতল** উত্তৰাংশ অৰ্থাৎ উত্তৰ কাছাড় মহকুমা **পাহাড়ীয়া**। উত্তৰ কাছাড়ৰ পাহাড়টোৰ নাম **বড়াইল** পাহাড়।

সৰু সৰু বহুত বিল আছে; তাৰ ভিতৰত **চাতলা, বকৰি** আৰু **থাপানি** কিছু ডাঙৰ।

কাছাড় জিলাৰ প্ৰধান নৈ **বৰাক**। **সোনাই** আৰু **ধলেশ্বৰী** নৈ লুচাই পাহাড়ৰ পৰা ওলাই বৰাক নৈত পৰিছে।

চাহ এই জিলাৰ প্ৰধান উৎপন্ন বস্তু। ইয়াৰ বাহিৰেও ধান, তিল, সৰিয়হ, বাঁহ, বেত, নাহৰ আদিও পোৱা যায়।

### প্ৰধান ঠাই

**চিলচৰ**—বৰাক নৈৰ পাৰত, জিলাৰ আৰু বিভাগৰ সদৰ ঠাই। ইয়াত সুৰমা উপত্যকা বিভাগৰ কমিচনাৰ থাকে। ইয়াত দুটা হাইস্কুল, এটা ছোৱালীৰ হাইস্কুল আৰু নৰ্ম্মাল স্কুল আছে। ৰেল আৰু জাহাজৰ সুবিধা থকাই বেহা-বেপাৰৰ বৰ সুচল ঠাই। **খাচপুৰ**—কাছাড়ৰ শেষ ৰজাৰ ৰাজধানী। ইয়াত এতিয়াও ৰজাঘৰৰ ভগ্নাৱশেষ আছে। **কাটিগড়া,**

**লক্ষ্মীপুৰ, সোনাইমুখ** আৰু **উধাৰবন্দ** আদি কাৰবাৰৰ ঠাই।

**হাইলাকান্দি**—মহকুমাৰ নগৰমহল। ইয়াত এটা হাইস্কুল আছে। **লালা**—এই মহকুমাৰ ভিতৰৰ এখন ডাঙৰ গাওঁ আৰু কাৰবাৰৰ প্ৰধান ঠাই। **সিদ্ধেশ্বৰ**—মহকুমাৰ পূব সীমাত আৰু বদৰপুৰঘাট ৰেলষ্টেচনৰ ওচৰত। ইয়াত শিৱৰাত্ৰি আৰু চ'তৰ বাৰুণীৰ দিনা বহুত মানুহ গোট খায়।

**হাফলং**—মহকুমাৰ নগৰমহল। এই ঠাইৰ দৃশ্য অতি মনোহৰ। **মাইবং**—কছাড়ী ৰজাৰ ৰাজধানী আছিল। **মাহুৰ**—ৰেলৰ ষ্টেচন ; ইয়াৰ ওচৰত এখন ডাঙৰ দলং আৰু এটা সুৰঙ্গ আছে।

---

# লুচাই পাহাড় জিলা

এই জিলাৰ উত্তৰে কাছাড় জিলা আৰু মণিপুৰ ; দক্ষিণে ব্ৰহ্মদেশ আৰু পশ্চিমে ত্ৰিপুৰা পৰ্ব্বত আৰু চাটগাওঁ। এই জিলাৰ মহকুমা দুখন,—**আইজল আৰু লুংলে**। ইয়াৰ ভূমিপৰিমাণ ৭২২৭ বৰ্গমাইল ; লোকসংখ্যা প্ৰায় ১ লাখ আৰু গাওঁ ৫১৬ খন।

উত্তৰ-দক্ষিণ মুৱাহৈ বাহুমেলি যোৱা কেইটামান বেলেগ পাহাড় গোটখাই লুচাই পাহাড় জিলা হৈছে।



**ধলেশ্বৰী, সোনাই** আৰু **ভিপাই** নৈ এই পাহাড়ৰ পৰা ওলাই বৰাক নৈত পৰিছে গৈ।

এই পাহাড়ৰ অধিবাসী লুচাই জাতি। লুচাইবিলাক কঁটীয়া আৰু বলী। মতামাইকীৰ সাজপাৰ প্ৰায় একে। পুৰুষবিলাকৰ দাবি গোঁফ নাই বুলিলেই হয়। লুচাই বিলাকে ধান, কপাহ ধপাত আৰু গোমধান আদিৰ **জুম** খেতি কৰে।

**আইজল**—জিলাৰ সদৰ ঠাই। এই জিলাৰ শাসনকৰ্ত্তাৰ পদবী চুপাৰিণ্টেণ্ডেণ্ট্। আইজলৰ পৰা চিলচৰ লৈকে ১১১। মাইল দীঘ্ল এটা ৰাজ আলি আছে আইজলৰ পৰা মইবঙ্গলৈকে ১৩ মাইল খোজকাঢ়ি আৰু তাৰপৰা ধলেশ্বৰী নৈয়েদী নাৱেৰে আহি চিলচৰ পায়।

---

# খাচীয়া আৰু জয়ন্তীয়া পাহাড় জিলা

ইয়াৰ উত্তৰে কামৰূপ আৰু নগাওঁ জিলা, দক্ষিণে শ্ৰীহট্ট আৰু কাছাড় জিলা, পূবে কাছাড় আৰু নগাওঁ জিলা আৰু পশ্চিমে গাৰো পাহাড়। এই জিলাৰ পশ্চিম অংশৰ নাম জয়ন্তীয়া পাহাড়। এই জিলা **চিলং** আৰু **জোৱাই** নামে দুখন মহকুমাত বিভক্ত। গোটেই খাচীয়া পাহাড় চিলং আৰু গোটেই

জয়ন্তীয়া পাহাড় জোৱাই মহকুমা। এই জিলাৰ মাটিকালি ৬,০২২ বর্গ মাইল আৰু লোকসংখ্যা প্রায় আঢ়ৈ লাখ।

সুৰমা উপত্যকাৰ উত্তৰত জয়ন্তীয়া পাহাড় ক্রমে ঠিয় হৈ ওলৰলৈ উঠিছে আৰু খাচীয়া পাহাড় ব্রহ্মপুত্রৰ দাঁতিলৈকে ক্রমে আওচলীয়া। মাজত ওখ পাহাড়েৰে ঘেৰা মালভূমি। পাহাড়ৰ হেলনীয়া অংশ অগাধ হাবিয়নী আৰু ওপৰত সৰল ( pine ) গছৰ বাহিৰে অন্য গছ নাই। পাহাড়ৰ আটাইতকৈ ওখ টিং চিলং ৬৪৫০ ফুট।

এই পাহাড়ত বহুত জলপ্রপাত আছে। তাৰ ভিতৰত চিলং চহৰৰ ওচৰৰ **বিচপ, বিডন** আৰু **এলিফেন্ট্** জলপ্রপাত আৰু চেৰাপুঞ্জিৰ ওচৰৰ **মোচমাই** জলপ্রপাতেই প্রসিদ্ধ। খাচীয়া পাহাড়ৰ **জাক্রেম্** নামে ঠাইত এটা গৰম পানীৰ উহ আছে। তাৰ পানী ইমান গৰম যে, তাৰে চাহো কৰিব পাৰি। এই জিলাৰ পৰা ওলাই **লোভা, বগাপানী** আৰু **যাদুকাটা** শ্রীহট্ট জিলাৰ সুৰমা নৈত আৰু **কপিলী, বৰপানী** আৰু **ডিগৰু** নৈ নগাওঁ জিলাৰ কলঙ্গ নৈত পৰিছে।

এই জিলাত বৰ বেচিকৈ বৰষুণ হয়। খাচীয়া পাহাড়ৰ দক্ষিণৰ চেৰাপুঞ্জীত যিমান বৰষুণ হয়, সিমান বৰষুণ পৃথিবীৰ আৰু কতো নহয়!

এই পাহাড়ত বৰ বেচিকৈ আলুৰ খেতি কৰে আৰু ইয়াৰ পৰা অইন ঠাইলৈ বহুত আলুৰ চালান হয়। চেৰাপুঞ্জীত কয়লা আৰু চূন-শিল, আৰু লাকডাং, মাওচিন্ৰাম আৰু মাওলাং নামে ঠাইত কয়লা পোৱা যায়।



খাচীয়া পাহাড়ত খাচীয়া জাতি আৰু জয়ন্তীয়া পাহাড়ত চিণ্টেঙ্গ্ নামে এজাতি বাস কৰে। খাচীয়াবিলাকে থেলেন্ বা সাপৰ পূজা কৰে।

খাচিয়াবিলাকৰ ভিতৰত শিক্ষাৰ চলন বৰ বেগাই হবলৈ ধৰিছে। লিখাপঢ়াজনা খাচীয়া মাইকী মানুহৰ সংখ্যা ভাৰতৰ অন্যান্য সভ্য জাতিবিলাকৰ তুলনাত অনেক বেচি।

খাচীয়া পাহাড়ত ২৫ খন সৰু সৰু ৰাজ্য আছে। প্রত্যেক ৰাজ্যৰ অধিপতি জনক **চীয়েম** বোলে। প্রজাবিলাকে চিয়েম বাচি দিয়ে আৰু ইংৰাজ গবর্ণমেণ্টে তেওঁক মনোনীত কৰিব লাগে। চিয়েমবিলাকে কোনো কৰ দিব নেলাগে। তেওঁলোকে নিজ ৰাজ্যৰ মাটিবাৰী, টকাকড়ি আদি সকলো বিষয়ৰ মামলা মোকৰ্দ্দমাৰ বিচাৰ কৰে। তেওঁ লোকৰ চুৰি, ডকাইতি আদি অপৰাধত ৫ বছৰলৈকে ফাটেকত দিবৰ ক্ষমতা আছে। কিন্তু ৰাজ্যৰ ভিতৰত খুন বা নৰহত্যা হলে জিলাৰ ডিপুটি কমিচনাৰে তাৰ বিচাৰ কৰে। এই ৰাজ্যবিলাকৰ ভিতৰত **খাইৰিম, মিল্লিম** আৰু **চেৰাই** প্রধান।

**চিলং**—খাচীয়া পাহাড়ৰ মালভূমিৰ ওপৰত; জিলাৰ প্রধান নগৰ আৰু আসামৰ ৰাজধানী। চিলঙৰ হাৱা-পানী বৰ স্বাস্থ্যকৰ। গোটেই বছৰ জাৰ নুগুছে। কেতিয়াবা কেতিয়াবা জাৰকালি পানী গোটমাৰি বৰফ হয়। হাৱাপানী বদলাবৰ

কাৰণে গৰম ঠাইৰ পৰা অনেক মানুহ ইয়ালৈ আহে। চিলঙৰ প্ৰাকৃতিক দৃশ্য অতি মনমোহা। চহৰৰ ভিতৰত এখন কৃত্ৰিম হ্ৰদ আৰু ওচৰত কেইবাটাও জলপ্ৰপাত আছে। চিলঙত বলিয়া কুকুৰ আৰু শিয়ালে কামোৰা মানুহক চিকিৎসা কৰিবলৈ এটা আস্পাতাল আছে। চিলঙৰ পৰা গুৱাহাটীলৈকে ৬৩ মাইল দীঘল এটা শিলদিয়া আলি আছে; তাত সদাই মটৰ গাড়ী চলে। **চেৰাপুঞ্জী** পৃথিবীৰ ভিতৰত আটাইতকৈ বেচি বৰষুণ হোৱাৰ নিমিত্তে বিখ্যাত। ইয়াৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম।

**জোৱাই**—জোৱাই মহকুমাৰ প্ৰধান ঠাই চিলঙৰ পৰা ৩৩ মাইল দূৰৈ।

---

## নগা পাহাড় জিলা

ইয়াৰ উত্তৰে নগাঁও আৰু শিৱসাগৰ জিলা; দক্ষিণে মণিপুৰ; পূবে স্বাধীন নগা পাহাড় আৰু পশ্চিমে নগাঁও। এই জিলাত মহকুমা দুখন—কহিমা আৰু মককচং। মাটিকালি ৩১১৫ বৰ্গমাইল, গাঁও ৪৫৯ খন আৰু লোকসংখ্যা প্ৰায় দেৰ লাখ। নগাপাহাড়ৰ এটা ঠেঙ্গুলি উত্তৰ ফালে বাঢ়িগৈ কাছাড়ত বড়াইল পাহাড় নাম পাইছে আৰু ইয়াৰ আন এটা ঠেঙ্গুলি দক্ষিণপিনে লুচাই পাহাড়ৰ মাজেদি আৰাকান পাইছে গৈ। **জাপ্‌ভো** এই পাহাড়ৰ ওখ টিং—১০,০০০ ফুট ওখ; নগা পাহাড়ৰ উত্তৰ কাষত উত্তৰ-দক্ষিণ মুৱাহৈ মিকিৰ **পাহাড়**।



**ধনশিৰী** নৈ এই পাহাড়ৰ পৰা ওলাই উত্তৰেদি গৈ শিৱসাগৰ জিলাত সোমাইছে।

নগাবিলাকৰ সাপ, বেঙ, কুকুৰ, গাহৰী, হাতী আদিৰ মঙ্গহ সাধাৰণ খোৱা বস্তু। নগাবিলাকে কুকুৰৰ মঙ্গহ বৰ সোৱাদ (উপাদেয়) বুলি ভাবে। কেতবোৰ নগাই লেংটি মাৰে আৰু কেতবোৰ একেবাৰেই নাঙ্গঠ। নগাবিলাকে ভূতপ্ৰেত পূজা কৰে।

অন্যান্য পৰ্ব্বতীয়া জাতিবিলাকৰ নিচিনাকৈ নগাবিলাকেও ধান, কচু, কোমোৰা আদিৰ জুম খেতি কৰে।

এই জিলাৰ প্ৰধান চহৰ **কহিমা**। **ডিমাপুৰ** আসাম বেঙ্গল ৰেলওৱেৰ এটা ডাঙৰ ষ্টেচন। ডিমাপুৰৰ কাষতে **নামবৰ** হাবিত আগৰ কছাৰী ৰজাৰ ৰাজধানীৰ ধ্বংশাৱশেষ আৰু এটা ডাঙৰ পুখুৰী আছে। ডিমাপুৰৰ পৰা কহিমা ৪৭ মাইল। ডিমাপুৰ ষ্টেচনৰ পৰা মণিপুৰলৈকে কহিমাইদি এটা ভাল আলি আছে।

---

## উত্তৰ-পূব সীমান্ত অঞ্চল

দুইজন পলিটিকেল্ অফিচাৰৰ তলত ইয়াৰ দুটা বেলেগ বিভাগ আছে। এই পলিটিকেল্ অফিচাৰ দুজন আসামৰ গৱৰ্ণৰৰ অধীন।

১। সদিয়া সীমান্ত অঞ্চল :—

এই অংশত আবৰ, মিৰি, মিচিমি, চিংফৌ, নগা আৰু খাম্‌তি জাতি বাস কৰে। সদৰ ঠাই **সদিয়া**। সদিয়া মিচিমি পাহাড়ৰ

কাষৰ এডোখৰ মালভূমি। সদিয়া চহৰৰ তিনি ফালে পাহাড় আৰু দক্ষিণ ফালে ব্ৰহ্মপুত্ৰ নৈ; ঠাইখন দেখিবলৈ অতি বিতোপন আৰু স্বাস্থ্যকৰ। সদিয়াৰ হাটত পৰ্ব্বতীয়া মানুহবিলাকে ৰবৰ, মৌসিটা, হাতীদাঁত, গন্ধ্‌কলাই আদি বহু বস্তু বেচেহি। চহৰৰ কিছু পূব ফালে গলে চুটিয়া ৰজাৰ তামৰ মন্দিৰৰ ভগ্নাৱশেষ দেখিবলৈ পোৱা যায়। সদিয়াৰ পৰা ২৪ মাইল উত্তৰে দিক্ৰং আৰু দিবং নৈৰ মাজৰ হাবিত এটা আধা খহি যোৱা গড় আৰু চাৰিটা ডাঙৰ পুখুৰি আছে। এইখনকে বহুতে মহাভাৰতৰ ভীষ্মক ৰজাৰ ৰাজধানী **কুণ্ডিল্** বুলি কয়। সদিয়াৰ পূবচুকে, মিচিমি পাহাড়ৰ ওপৰত হিন্দুৰ পৱিত্ৰ তীৰ্থ **ব্ৰহ্মকুণ্ড** বা **পৰশুৰাম কুণ্ড,** হিন্দুবিলাকৰ এখন পৱিত্ৰ তীৰ্থ। পৰশুৰামে এই কুণ্ডত স্নান কৰি মাতৃহত্যা পাপৰ পৰা মুক্ত হৈছিল আৰু তেওঁৰ হাতত লাগি থকা তেজেৰে ৰাঙলী কুঠাৰখন ইয়াতেই খঁহি পৰিছিল; তেতিয়াৰে পৰা ইয়াৰ নাম **পৰশুৰাম কুণ্ড** হৈছে।

২। বালিপাৰা সীমান্ত অঞ্চল।

ভোট, আঁকা, দফলা, মিৰি আৰু আবৰ পাহাড় এই অংশৰ ভিতৰত পৰিছে। ইয়াৰ পলিটিকেল অফিচাৰ তেজপুৰৰ পৰা ২০ মাইল দূৰৈৰ **বালিপাৰা** গাৰঁত থাকে।

---

# আসাম প্ৰদেশ

একোখন প্ৰদেশৰ দুটা, তিনিটা বা তাতোকৈ বেচি বিভাগ থাকে। সুৰমা উপত্যকা আৰু পৰ্ব্বতীয়া অঞ্চল বিভাগ আৰু আসাম বা ব্ৰহ্মপুত্ৰ উপত্যকা গোটাই যিখন প্ৰদেশ হৈছে তাৰ নাম **আসাম প্ৰদেশ।** এই প্ৰদেশৰ শাসনকৰ্ত্তাক গবৰ্ণৰ বোলে। উত্তৰ-পূব সীমান্ত ভূভাগ আৰু কৰতলীয়া মণিপুৰ ৰাজ্য আসাম প্ৰদেশ ভুক্ত আছে।

**সীমা**—উত্তৰে ভোট, আঁকা, দফলা, মিৰি আৰু মিচিমি পাহাড়; দক্ষিণে ব্ৰহ্মদেশ, পৰ্ব্বতীয়া ত্ৰিপুৰা আৰু ত্ৰিপুৰা জিলা; পূবে মিচিমি, চিংফৌ, পাটকাই আৰু স্বাধীন নগা পাহাড়; পশ্চিমে মৈমনচিং, ভাটিৰ ৰংপুৰ, কোচবিহাৰ আৰু জলপাইগুৰি জিলা।

**নামৰ উৎপত্তি**—অতি প্ৰাচীন কালত এই দেশৰ নাম কামৰূপ আছিল। ১১২৯ খৃষ্টাব্দত শ্যান জাতীয় চুকাফা ৰজাই সসৈন্য আহি উজনি আসামত এখন ৰাজ্য পাতি লাহে লাহে ওচৰচুবুৰীয়া ৰজাবিলাকক জিনি ৰাজ্য বহলাবলৈ ধৰিলে। তেতিয়া তেওঁৰ সমান পৰাক্ৰমী ৰজা তাত কোনো নাছিল। এই কাৰণে চুকাফাক মানুহে অসম ৰজা (অৰ্থাৎ যাৰ সমান কোনো নাই) বুলিছিল আৰু সেই 'অসম'ৰ পৰাই এই দেশৰ নাম অসম বা আসাম হৈছে বুলি কয়। কিছুমানে আকৌ প্ৰাকৃতিক সৌন্দৰ্য্যত এই দেশৰ সমান আৰু কোন দেশ নাই দেখি অসম নাম হোৱা

বুলি কয়। আন কিছুমানে কয় যে, এই দেশৰ ওপৰ ভাগ অসমান দেখি ইয়াক অসম ( সংস্কৃত—ন+অসম ) বোলে।

**প্ৰাকৃতিক গঠন**—আসাম তিনিওফালে পৰ্ব্বতেৰে ঘেৰা। উত্তৰ সীমাত হিমালয় পৰ্ব্বত। উত্তৰ-পূব ফালে ব্ৰহ্মপুত্ৰ উপত্যকা আৰু চীন দেশৰ স্বাধীন মঙ্গলীয়া জাতি থকা বহুত ওখ পৰ্ব্বত। পূব-দক্ষিণ ফালৰ সীমাত থকা পৰ্ব্বত বিলাকে এই দেশক ব্ৰহ্মদেশৰ পৰা আৰু পৰ্ব্বতীয়া ত্ৰিপুৰাৰ পৰা ওলোৱা পাহাড়বোৰে ব্ৰহ্মপুত্ৰ উপতাকাক সুৰমা উপত্যকাৰ পৰা বেলেগ কৰিছে। বাৰিষা পানী বাঢ়িলে ব্ৰহ্মপুত্ৰ আৰু সুৰমা নৈৰ পানীয়ে দ ঠাইৰ গাওঁভূঁইবিলাক তেনেই তল নিয়ায়।

**খেতি**—চাহ আসামৰ প্ৰধান উৎপন্ন বস্তু। কিছু আওগৰীয়া ওখ মাটি চাহৰ খেতিলৈ বেচি উপযুক্ত। বাৰিষা আসামৰ অনেক মাটি পানীত তল যায় আৰু পানী শুকাই গলে তাত পলস পৰে। পলসপৰা মাটি বৰ সাকুৰা আৰু ধানৰ খেতিলৈ বৰ উপযোগী। আসামত চাহৰ পিচতেই ধানৰ খেতি ভাল হয়। পাহাড়বিলাকত আলু, কচু, কপাহ আদি বৰকৈ হয়। খাচীয়া আৰু গাৰো পাহাড় কপাহৰ কাৰণে বিখ্যাত।

**খনি আৰু পুং**—খনি আৰু পুং সম্বন্ধে আসাম চহকী। কয়লা আৰু চূণ-শিল অনেক ঠাইতে পোৱা যায়। লক্ষীমপুৰ জিলা কয়লাৰ খনি আৰু তেল-পুঙৰ কাৰণে আৰু শ্ৰীহট্ট, খাচীয়া আৰু জয়ন্তীয়া পাহাড় চূণ-শিলৰ কাৰণে বিখ্যাত। আসামত অন্যান্য ধাতুৰ খনিও আছে।



**শিল্প**—আসাম শিল্পজাত বস্তুৰ নিমিত্তে বিখ্যাত। শ্ৰীহট্ট জিলাত হাতী দাঁতৰ পাটী, কাকৈ-ফনি, বেতৰ বাকচ আৰু বাঁহৰ নানান্ তৰহৰ বস্তু সাজে। লক্ষীমপুৰ, শিৱসাগৰ, দৰঙ্গ, কামৰূপ আৰু নগাওঁ জিলাত সুন্দৰ সুন্দৰ এৰি, মুগা, পাট, সূতা আৰু কাপোৰ তৈয়াৰ হয়। কাছাড় আৰু মণিপুৰত এবিধ মোটা কাপোৰ বয় আৰু কাঁহপিতলৰ বাচন গঢ়ে। বৰপেটাৰ হাতীৰ দাঁতৰ কাৰুকাৰ্য্য অতি চমৎকাৰ।

**ৰপ্তানি**—আসামৰ পৰা চাহ, ধান, সৰিয়হ, তিচি, কপাহ, মৌসিটা, ৰবৰ, লা, চাল, সুমথিৰা টেঙ্গা, তেজপাত, চুণ, কয়লা, এড়ি আৰু মুগাৰ কাপোৰ, কেৰাচিন তেল, শুকান মাছ, বাঁহ, বেত, আৰু শাল আদি অনেক বহুমূলীয়া কাঠ ৰপ্তানী হয়। **আমদানি** হোৱা বস্তুৰ ভিতৰত কাপোৰ, চাউল, লোন, চেনি, কেৰাচিন, লোৰ সজুলি, দা, কটাৰী, তাম, কাঁহ, পিতল, কাকত, জোতা আৰু কাচৰ বস্তুৰেই প্ৰধান।

**পোহনিয়া জন্তু**—গৰু, ম'হ, ভেঁৰা, ছাগলী, হাতী, ঘোঁৰা, কুকুৰ, মেকুৰী, গাহৰী ইত্যাদি।

**হাবি আৰু বনৰীয়া জন্তু**—আসামত শাল, এজাৰ, চাম, নাহৰ, সোনাৰু, শিশু, বনচোম, খাৰিয়া আদি বহুমূলীয়া গছ হাবিত পোৱা যায়। হাতী, গঁড়, বাঘ, ভালুক, গৰু, ম'হ, বান্দৰ আদি অনেক জন্তু হাবিত বাস কৰে।

**জিলা আৰু মহকুমা**—উত্তৰ-পূব সীমান্ত ভূভাগৰ বাহিৰে আসামত ১২ খন জিলা আৰু ২০ খন মহকুমা আছে।

**শাসন**—আসামৰ শাসনকৰ্ত্তা গবৰ্ণৰ। গবৰ্ণৰক সহায় কৰিবৰ নিমিত্তে দুজন সদস্য আছে। তেওঁবিলাকক একজিকিউটিভ্ কাউন্সিলাৰ বোলে। গবৰ্ণৰৰ দুজন মন্ত্ৰীও আছে। তেওঁবিলাকৰ তত্বাৱধানত স্বায়ত্তশাসন, শিক্ষা, স্বাস্থ্য, চিকিৎসা, শিল্প প্ৰভৃতি কিছুমান বিভাগৰ কাম পৰিচালিত হয়।

একজিকিউটিভ্ কাউন্সিলাৰ দুজন আৰু মন্ত্ৰী দুজনৰ অধীনত পুলিশ, শিক্ষা প্ৰভৃতি বেলেগ বেলেগ বিভাগৰ একোজন প্ৰধান কৰ্ম্মচাৰী আছে ঃ—যেনে পুলিচৰ ইন্স্পেক্টৰ জেনাৰেল, শিক্ষা বিভাগৰ ডিৰেক্টৰ, কৃষিৰ ডিৰেক্টৰ ; গৱ কাপ্তানী বিভাগৰ চীফ্ ইঞ্জিনিয়াৰ, বনভূমিৰ কনজাৰভেটৰ্ ইত্যাদি।

আসামৰ এখন ব্যৱস্থাপক সভা আছে। জনসাধাৰণ দ্বাৰা নিৰ্ব্বাচিত আৰ গবৰ্ণমেণ্টৰ মনোনীত কিছুমান গণ্যমান্য মানুহ এই সভাৰ সভ্য। ব্যৱস্থাপক সভাত আইন প্ৰস্তুত হয় আৰু দেশৰ উন্নতিৰ বিষয়ে আলোচনা কৰা হয়।

**ৰাজধানী—চিলং,** আসামৰ ঘাই শাসনকৰ্ত্তা গবৰ্ণ আৰু তেঁওৰ তলতীয়া সকলো প্ৰধান কৰ্ম্মচাৰীবিলাক ইয়াত বাস কৰে।

**মণিপুৰ কৰদ ৰাজ্য।** ইয়াৰ উত্তৰে নগাপাহাড় জিলা আৰু স্বাধীন নগাপাহাড় ; পূবে ব্ৰহ্মদেশ, দক্ষিণে লুচাই পাহাড় ; পশ্চিমে কাছাড় জিলা। এই ৰাজ্যৰ আয়তন ৮,৪৫৬ বৰ্গমাইল আৰু লোকসংখ্যা প্ৰায় চাৰি লাখ।

মণিপুৰ এখন মালভূমি। ইয়াক কিছুমান সৰু সৰু পাহাড়ে ঘেৰি আছে। **বৰাক** নৈ পূব সীমাৰ পাহাড়ৰ পৰা ওলাই



মণিপুৰ আৰু কাছাৰৰ সীমাইদি আহি কাছাড় জিলাত সোমাইছে। মণিপুৰৰ হাৱাপানী স্বাস্থ্যকৰ। মণিপুৰত সৰু ডাঙ্গৰ বহুত হ্ৰদ বা বিল আছে। তাৰ ভিতৰত **লোগতাক** হ্ৰদেই ডাঙ্গৰ।

নাহৰ, এজাৰ, চেগুণ, দেবদাৰু প্ৰভৃতি বহুত মুল্যবান গচ মণিপুৰত পোৱা যায়। হাবিত সকলো ৰকমৰ বনৰীয়া জন্তু আছে। মণিপুৰ লোনপুঙৰ বাবে বিখ্যাত, তাৰ মাটি বৰ সাৰুৱা, আৰু ধানৰ খেতি বৰ ভাল হয়। অন্যান্য ফলমূলো যথেষ্ট পোৱা যায়। কিন্তু নাৰিকল, খাজুৰি বা তাল জাতিৰ গছ দেখিবলৈকে নাই। মণিপুৰৰ মজা বৃটিচৰ আশ্ৰিত। তেওঁ নিজৰ প্ৰথা অনুসাৰে ৰাজ্য শাসন কৰে, কিন্তু ইংৰাজ গবৰ্ণমেণ্টক বচৰি ৫০,০০০ টকা কৰ দিব লাগে। মণিপুৰত আসামৰ গবৰ্ণৰৰ তলতীয়া এজন পলিটিকেল এজেণ্ট থাকে। মণিপুৰীবিলাক বৈষ্ণৱ আৰু মহাভাৰতৰ অৰ্জ্জুনৰ পুতেক বভ্ৰুবাহনৰ বংশধৰ বুলি জনাজাত। মণিপুৰীবিলাক বৰ পৰিশ্ৰমী। এবিধ খুব ডাঠ কাপোৰ, পিতলৰ ঘটী, বটলুহি আৰু অন্যান্য বাচনৰ নিমিত্তে মণিপুৰ বিখ্যাত।

ৰাজধানী **ইম্ফল** লোগতাগ হ্ৰদৰ পাৰত। লোকসংখ্যা ৭৪,৬৫০। লোকসংখ্যা হিচাবে আসামৰ ভিতৰত এইখনেই প্ৰধান নগৰ। ইম্ফলৰ পৰা কোহিমাদি ত্ৰটা আলি ডিমাপুৰ ৰেলষ্টেচন পাইছে গৈ। এই আলিত মটৰগাৰী যাতায়াত কৰি থাকে। চিলচৰলৈকেও এটা আলি আছে।

**আয়তন আৰু লোকসংখ্যা**—খাচীয়া পাহাড়ৰ চিম বিলাকৰ ৰাজ্য আৰু মণিপুৰে সৈতে এই প্ৰদেশৰ আয়তন

৬১,৪৭১ বৰ্গমাইল আৰু লোকসংখ্যা ৭০,৫৯,৮৫৭ বা প্ৰায় চাৰে সত্তৰি লাখৰ ওপৰ।

**ভাষা**—আসাম উপত্যকাৰ ভাষা অসমীয়া আৰু সুৰমা উপত্যকাৰ ভাষা বঙ্গলা। পাৰ্ব্বতীয়া জাতিবিলাকৰ বেলেগ বেলেগ ভাষা আছে।

**যাতায়াতৰ পথ**—আসামত যাতায়াতৰ অনেক সুবিধা। ৰেল আৰু জাহাজৰ বাহিৰেও বহুত চৰকাৰী আৰু লোকেল বোৰ্ডৰ ৰাস্তা আছে। সকলো ৰাস্তা বা আলিবাটেদি গৰু ম'হৰ গাড়ী চলে। আসামৰ পুৰণি ৰাস্তাবিলাকৰ ভিতৰত **উত্তৰ ট্ৰাঙ্ক ৰ'ড্, দক্ষিণ ট্ৰাঙ্ক ৰ'ড্** বা গড় আলি আৰু সুৰমা উপত্যকাৰ শ্ৰীহট্ট-কাছাড় ৰ'ডেই প্ৰধান। উত্তৰ ট্ৰাঙ্ক ৰ'ড লক্ষীমপুৰ জিলাৰ ঢকুৱাখনাৰ পৰা আৰম্ভ হৈ দৰঙ্গ, কামৰূপ আৰু গোৱালপাড়া জিলাই দি জলপাইগুৰি পাইছে গৈ। দক্ষিণ ট্ৰাঙ্ক ৰ'ড বা গড় আলি সদিয়াৰ পৰা আৰম্ভ হৈ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ সকলো জিলাৰ মাজেদি গৈ আসামৰ বাহিৰ হৈ গৈছে। শ্ৰীহট্ট-কাছাড় ৰ'ডে শ্ৰীহট্টৰ পৰা কৰিমগঞ্জ মহকুমা আৰু বদৰপুৰেদি কাছাড় পাইছে গৈ।

## প্ৰধান প্ৰধান ৰেলপথ

১। **আসাম বেঙ্গল ৰেলওৱে**—চাটাগাওঁৰ পৰা আৰম্ভ হৈ হৰিগঞ্জ মহকুমাইদি সুৰমা উপত্যকাত সোমাইছে।



পিছে কুলাউৰা আৰু বদৰপুৰ জংচন হৈ ৩৭ টা সুৰুঙ্গইদি উত্তৰ কাছাড়ৰ পাহাড় ভেদ কৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ লাম্‌ডিং, মৰিয়নি আৰু তিতাবৰ জংচন পাৰ হৈ তিনিচুকীয়া পাইছে গৈ। গোটেই আসামত এই ৰেলৰ আলি ৪৪০ মাইল দীঘল। ইয়াৰ শাখাবোৰ আৰু ষ্টেচনবোৰৰ নাম জিলাৰ বিবৰণত দিয়া হৈছে। প্ৰধান প্ৰধান শাখা ঃ—(১) লামডিং—গৌহাটী ; (২) ফাৰকাটিং—বাতুলিপাৰ—যোৰহাট ; (৩) চাপৰমুখ—নগাঁও ; (৪) শিলঘাট—শিমলুগুৰি—খোৱাং ; (৫) বদৰপুৰ—শিলচৰ ; (৬) বদৰপুৰ—হাইলাকান্দি—লালা ; (৭) কুলাউৰা—শ্ৰীহট্ট ; (৮) সাইস্তাগঞ্জ—হবিগঞ্জ।

১। **ইষ্টাৰ্ণ বেঙ্গল ৰেলওৱে**—আসাম সোমাই গোলকগঞ্জ আৰু ৰঙ্গীয়া জংচেনেদি আমিনগাওঁ পাইছেহি। (গোলোকগঞ্জৰ পৰা গুৱাহাটী ১৪৩ মাইল)। ইয়াৰ এটা শাখা গোলোকগঞ্জৰ পৰা ধুবুৰী (১১ মাইল) আৰু এটা শাখা ৰঙ্গীয়াৰ পৰা টঙ্গলা লৈ (২৪ মাইল)।

২। **যোৰহাট প্ৰভিন্সিয়েল ৰেলওৱে**—(৩০ মাইল) ককিলামুখৰ পৰা যোৰহাটেদি গৈ চেনিমৰাত দুভাগ হৈছে ; এভাগে মৰিয়ানিত আৰু আন ভাগ তিতাবৰত গৈ আসাম বেঙ্গল ৰেলওৱেক লগ ধৰিছে।

৩। **ডিব্ৰু-সদিয়া ৰেলওৱে**—(৫৪॥ মাইল) ডিব্ৰুগড় জাহাজঘাটৰ পৰা তিনিচুকীয়া আৰু মাকুম জংচনেদি চৈখোৱাঘাট পাইছে গৈ। মাকুম জংচনৰ পৰা লিডুলৈ এটা

শাখা আছে (২২ মাইল)। চৈখোৱাঘাটৰ পৰা নাৰেৰে ৪'৫ মাইল গলেই সদিয়া পোৱা যায়।

৪। **তেজপুৰ বালিপাড়া ৰেলওৱে**—তেজপুৰ চহৰৰ পৰা বালিপাড়ালৈকে (২০ মাইল)।

বাৰিষা ব্ৰহ্মপুত্ৰ নদত আৰু চুৰমা ও কুচিয়াৰা নৈত জাহাজ চলাচল কৰে। কেতিয়াবা কেতিয়াবা সৰু সৰু নৈ বিলাকতো ফীডাৰ ষ্টীমাৰ বা সৰু জাহাজ চলে।

### অনুশীলন

এই প্ৰদেশৰ চাৰি সীমা, আয়তন আৰু লোকসংখ্যা কোৱা? মেপ চাই এই প্ৰদেশৰ প্ৰাকৃতিক অৱস্থা বৰ্ণনা কৰা; ব্ৰহ্মপুত্ৰ উপত্যকাৰে সৈতে সুৰমা উপত্যকাৰ তুলনা কৰা, প্ৰধান প্ৰধান পাহাড়ৰ নাম কোৱা। ব্ৰহ্মপুত্ৰ নদ কৰ পৰা ক'লাই কত পৰিছে? প্ৰধান প্ৰধান শাখা নৈ আৰু উপনৈৰ নাম আৰু কৰ পৰা ওলাই কত পৰিছেগৈ, কোৱা আৰু মেপত দেখুউৱা। এই প্ৰদেশৰ স্বাস্থ্য কেনেকুৱা? পৰ্ব্বতীয়া অঞ্চলৰ কত কোন কোন জাতি বাস কৰে কোৱা? ইয়াৰ হাবিত কি কি মূল্যবান গছ হয়? আৰু সাধাৰণতে কোন কোন বনৰীয়া জন্তু দেখা যায়? প্ৰধান প্ৰধান খেতি, খনিজ বস্তু আৰু শিল্পৰ নাম কোৱা? ঘাইকৈ কি বস্তু কোন জিলাত বেচিকৈ পোৱা যায়? এই প্ৰদেশত কি কি বস্তু আমদানী ও ৰপ্তানী হয়? এই প্ৰদেশৰ শাসন সম্বন্ধে কি জানা? কোন বিভাগত কেইখন জিলা আছে? সেই বিলাকৰ নাম আৰু সদৰ ঠাই কি কি? এই প্ৰদেশৰ ৰাজধানী চিলঙ্ সম্বন্ধে কি জানা? কামাখ্যা তীৰ্থ, ৺চৈতন্যমহাপ্ৰভুৰ ঘৰ আৰু চাহজালালৰ দৰগা সম্বন্ধে কি জানা? লোকসংখ্যা ধৰি আসামৰ কোন নগৰ সকলোতকৈ শ্ৰেষ্ঠ? ৰাজধানী চিলঙৰ পৰা শ্ৰীহট্ট, শিলচৰ, হবিগঞ্জ, গুৱাহাটী, যোৰহাট ডিব্ৰুগড়, সদিয়া, ধুবুৰীলৈ কেনেকে যাবা পাৰি?

---

# ভাৰতবৰ্ষ

## দেশ

কেইবাখনো প্ৰদেশ গোটখাই এখন দেশ হয়। আসাম, বঙ্গলা, বিহাৰ, উড়িষ্যা প্ৰভৃতি প্ৰদেশ লৈ যি দেশ হৈছে তাৰ নাম **ভাৰতবৰ্ষ**। পুৰণি কালত ভৰত নামে এজন বৰ পৰাক্ৰমী ৰজাই ইয়াত ৰাজত্ব কৰিছিল; তেওঁৰ নাম অনুসাৰেই এই দেশৰ নাম ভাৰতবৰ্ষ হৈছে। ভাৰতবৰ্ষখন দেখিবলৈ এটা ত্ৰিভুজৰ নিচিনা। ইয়াৰ উত্তৰে হিমালয় পৰ্ব্বত, দক্ষিণে ভাৰত মহাসাগৰ, পূৱে ব্ৰহ্ম বা মানদেশ আৰু বঙ্গোপসাগৰ, পশ্চিমে আফগানিস্থান, বেলুচিস্থান আৰু আৰব সাগৰ।

ভাৰতবৰ্ষ অতি প্ৰকাণ্ড দেশ। ই উত্তৰে দক্ষিণে প্ৰায় ১৯০০ মাইল; আৰু পূবে-পশ্চিমেও প্ৰায় ১৯০০ মাইল। ইয়াৰ প্ৰাকৃতিক বিভাগ তিনটা যেনে (১) **হিমালয় প্ৰদেশ** (২) **সমভূমি** (৩) **মালভূমি**। হিমালয় পৰ্ব্বত আৰু তাৰ ঠাল ঠেঙ্গুলি লৈ হিমালয় প্ৰদেশ; দক্ষিণ ফালৰ ত্ৰিভুজাকৃতি ভাগ মালভূমি; হিমালয় প্ৰদেশ আৰু মালভূমিৰ মাজৰ এই খণ্ড পশ্চিমে চুলেমান পৰ্ব্বতৰ পৰা পূবে খাচীয়া পাহাড়লৈকে গোটেইখিনি ঠাই সমভূমি। পিচৰ পিঠিৰ মেপখনত চালে ভাৰতৰ ওপৰ ভাগৰ অৱস্থা ভালকৈ বুজিব পাৰিবা। এই মেপত ভাৰতৰ কোন ঠাই সাগৰৰ পৰা কিমান ফুট ওখ তাক সঙ্কেত চিনদি দেখুওৱা হৈছে।

**পৰ্ব্বত**—ভাৰতবৰ্ষৰ উত্তৰে **হিমালয়** পৰ্ব্বত। ই পৃথিবীৰ সকলো পৰ্ব্বততকৈ ওখ। গৌৰীশঙ্কৰ (২৯০০০ ফুট), ধৱলগিৰি (২৬৮২৬ ফুট) এবং কাঞ্চনজঙ্ঘা (২৮,১৫৬ ফুট) ইয়াৰ তিনটি প্ৰধান শৃঙ্গ।

মাজ ভাগত **বিন্ধ্য পৰ্ব্বতে** পূব সীমাৰ পৰা পশ্চিম সীমালৈকে জুৰি আছে। ইয়াৰ উত্তৰ-পশ্চিমত **আৰাবল্লী** পৰ্ব্বত। আৰাবল্লী আৰু বিন্ধ্য পৰ্ব্বতৰ মাজৰ কিছু চাপৰ মালভূমিখনক **মালৱা** মালভূমি বোলে। বিন্ধ্য পৰ্ব্বতৰ দক্ষিণত **সাতপুৰা** পৰ্ব্বত। সাতপুৰা পৰ্ব্বতৰ পূবে **মহাদেৱ** আৰু **মহাকাল** পৰ্ব্বত। ইয়াৰ দক্ষিণত **দাক্ষিণাত্য** মালভূমি। এই মালভূমিৰ পূব সীমাৰ **পূৰ্ব্বঘাট** পৰ্ব্বতশাৰী আৰু পশ্চিম সীমাৰ **পশ্চিমঘাট** পৰ্ব্বতশাৰী সাগৰৰ দাঁতিৰে সমান্তৰালভাবে গৈ দক্ষিণ সীমাৰ **নীলগিৰি** পৰ্ব্বতত লাগিছে।

**গিৰিপথ** বা **গিৰিশঙ্কট**—দুশাৰী ওখ পৰ্ব্বতৰ মাজেদি আহাযোৱা কৰিব পৰা বাটক **গিৰিপথ** বা **গিৰিশঙ্কট** বোলে। ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিমৰ চফেদ্‌কোহ পৰ্ব্বতৰ মাজত **খাইবাৰ** (৩০০০ ফুট ওখ) আৰু ক্ষীৰথৰ পৰ্ব্বতত **বোলান** (৬০০০ ফুট ওখ) গিৰিপথ।

নৈ—ভাৰতবৰ্ষত বহুত নৈ আছে। উত্তৰ ভাৰতৰ নৈ-বিলাক পাৰ্ব্বত্য অঞ্চলৰ পৰা ওলাই সমতলভূমিৰ মাজেদি বৈ গৈছে আৰু দক্ষিণ ভাৰতৰ নৈবিলাক মধ্য ভাৰত আৰু



দাক্ষিণাত্যৰ মালভূমিৰ পৰা ওলাই পাৰ্ব্বত্যদেশৰ মাজে দি বৈ গৈছে।

## উত্তৰ ভাৰতবৰ্ষৰ নৈ

**সিন্ধুনদ**—(১৮০০ মাইল) হিমালয়ৰ উত্তৰৰ তিব্বত মালভূমিৰ পৰা ওলাই পঞ্জাব আৰু সিন্ধুদেশৰ পশ্চিমফালে দি বৈ গৈ আৰব সাগৰত পৰিছে। মানস সৰোবৰৰ পৰা **শতদ্ৰু** (Sutlej) নৈ আহি সিন্ধুনৈৰ লগত মিল হৈছে। হিমালয়ৰ দক্ষিণ হাতৰ পৰা **বিপাশা** (Bias) আৰু **চন্দ্ৰভাগা** (Chenub) নৈ ওলাই শতদ্ৰুত, আৰু **ইৰাৱতী** (Ravi) আৰু **বিতস্তা** (Jhelum) নৈ চন্দ্ৰভাগাত পৰিছে। শতদ্ৰু বিপাশা, চন্দ্ৰভাগা, ইৰাৱতী আৰু বিতস্তা এই পাচখন নৈয়ে ধুৱাই থকা প্ৰদেশৰ নাম (পঞ্চ + অপ্) পঞ্জাব।

**গঙ্গা**—(১৫০০ মাইল) হিমালয়ৰ পৰা ওলাই পূব-দক্ষিণ মুৰা হৈ যুক্তপ্ৰদেশ, বিহাৰ, আৰু বঙ্গদেশক ধুৱাই বঙ্গ অখাতত পৰিছে। হিমালয়ৰ পৰা ওলোৱা **যমুনা, গোমতী, ঘৰ্ঘৰা, ৰাপতী, কুশী** উপনৈ, আৰু মহাকাল পৰ্ব্বতৰ পৰা ওলোৱা **শোণ** নৈ আহি গঙ্গাৰে সৈতে মিলিছে। গঙ্গা আৰু যমুনা লগালগ ঠাইক 'প্ৰয়াগ' বোলে।

সাগৰত পৰাৰ আগেয়ে গঙ্গাৰ পৰা বহুত শাখানৈ ওলাই দক্ষিণ বঙ্গৰ মাজেদি বৈ সাগৰত পৰিছে গৈ। এই শাখানৈবিলাকৰ ভিতৰত **ভাগীৰথী** আৰু **মধুমতীয়েই** প্ৰধান।

ভাগীৰথী কলিকতাৰ ওচৰত **হুগলী** নাম ধৰি সাগৰত পৰিছে। ভাগীৰথী ওলোৱাখিনিৰে পৰা গঙ্গাৰ নাম **পদ্মা** হৈছে, আৰু গোৱালন্দৰ ওচৰত ব্ৰহ্মপুত্ৰৰে সৈতে লগ লাগি পদ্মা নামেই কিছু দূৰ গৈ ঢাকাৰ ৰাজবাড়ীৰ পৰা অলপ পূৰত মেঘনা নৈতে মিলিছে আৰু **মেঘনা** নামেৰেই নোৱাখালীৰ ওচৰেদি সাগৰত পৰিছে গৈ।

**ব্ৰহ্মপুত্ৰ নদ**—(১৮০০ মাইল) মানস সৰোবৰৰ কিঞ্চিৎ পূৰে উৎপন্ন হোৱা চাম্পু নৈয়ে আসামত সোমাই ডিহিং নাম লৈছে বুলি বহুতে অনুমান কৰে। মিচিমি পাহাড়ৰ ব্ৰহ্মকুণ্ডৰ পৰা ওলোৱা বিখ্যাত ব্ৰহ্মপুত্ৰ নদ এই নৈত আহি মিলিছে। ব্ৰহ্মপুত্ৰ নদ উত্তৰে হিমালয় পৰ্ব্বত আৰু দক্ষিণে নগা আৰু খাচীয়া পাহাড়ৰ মধ্যবৰ্ত্তী সমতল উপত্যকাৰ মাজেদি পশ্চিমলৈ বৈ গৈছে। তাৰ পৰা গাৰো পাহাড়ৰ পশ্চিম সীমাত দক্ষিণ মুখে ঘূৰি **যমুনা** নাম লৈ গোৱালন্দৰ ওচৰত পদ্মা নৈৰ লগত মিল হৈছে গৈ।

**নৰ্ম্মদা**—মহাকাল পৰ্ব্বতৰ পৰা ওলাই বিন্ধ্য আৰু সাতপুৰা পৰ্ব্বতৰ মাজেদি কাম্বে উপসাগৰত পৰিছে। মহাদেৱ পৰ্ব্বতৰ পৰা ওলোৱা **তাপ্তী** নৈ নৰ্ম্মদাৰে সৈতে সমান্তৰালভাবে বৈ গৈ কাম্বে উপসাগৰত পৰিছে। **মহানদী** মহাকাল পৰ্ব্বতৰ পৰা ওলাই পূব মুৱা হৈ বঙ্গোপসাগৰত পৰিছে। **গোদাৱৰী, কৃষ্ণা** আৰু **কাবেৰী** পশ্চিমঘাট পৰ্ব্বতৰ পৰা ওলাই পূব মুৱা হৈ বঙ্গোপসাগৰত পৰিছে।



### ব্ৰহ্মদেশৰ নৈ

ব্ৰহ্মদেশৰ প্ৰধান নৈ **ইৰাৱতী** পাটকাই পৰ্ব্বতৰ দক্ষিণফালৰ পৰা ওলাই ইওমা পৰ্ব্বতৰ মাজেদি বৈ বঙ্গোপসাগৰত পৰিছে।

**হ্ৰদ**—ভাৰতবৰ্ষত যিবোৰ হ্ৰদ আছে তাৰ মাজত ৰাজপুতনাৰ **সম্বৰ** আৰু **পুষ্কৰ** আৰু উড়িষ্যাৰ চিল্কা **হ্ৰদ** প্ৰধান।

**শাসন-প্ৰণালী**—ভাৰতবৰ্ষৰ সম্ৰাট্ পঞ্চম জৰ্জ্জ। তেওঁ ইংলণ্ডত থাকে। ভাৰতসাম্ৰাজ্য চলাবলৈ ইংলণ্ডত সম্ৰাটৰ এজন মন্ত্ৰী আছে। তেওঁৰ খিতাপ **চেক্ৰেটৰী অব্ ষ্টেট্**। চেক্ৰেটৰী অব্ ষ্টেটৰ অধীনত সম্ৰাটৰ সলনি ভাৰতৰ শাসন কাৰ্য্য চলাবলৈ নিযুক্ত হৈ আছে। তেওঁক **গৱৰ্ণৰ জেনাৰেল আৰু ভাইচ্ৰয়** বোলে। বিভিন্ন প্ৰদেশৰ ঘাই ৰাজবিষয়া গৱৰ্ণৰ, আৰু চীফকমিচনাৰসকলে ৰাজ্যশাসন বিষয়ত এই ৰাজপ্ৰতিনিধিজনক সহায় কৰে।

বৃটিচ চৰকাৰে গোটেই ভাৰতবৰ্ষ নিজে শাসন নকৰে। অনেক ৰাজ্য দেশীয় ৰজাবিলাকৰ অধীন। ৰজাবিলাকে বৃটিচৰ আশ্ৰয়ত থাকি নিজ নিজ নিয়মমতে ৰাজ্য শাসন কৰে। তেওঁবিলাকে ইংৰাজ গৱৰ্ণমেণ্টক বছৰি এটা কৰ দিয়ে। এই কাৰণে তেওঁবিলাকক কৰতলীয়া ৰজা আৰু তেওঁলোকৰ ৰাজ্যক কৰলতীয়া ৰাজ্য বোলে।

গৱৰ্ণৰৰ তলতীয়া—(১) বঙ্গদেশ (২) মাদ্ৰাজ, (৩) বোম্বে, (৪) আগ্ৰা ও অযোধ্যা যুক্তপ্ৰদেশ, (৫) পঞ্জাব, (৬) বিহাৰ ও

উড়িষ্যা প্ৰদেশ, (৭) আসাম, (৮) মধ্য প্ৰদেশ আৰু (৯) ব্ৰহ্মদেশ।

### চীফ্ কমিশনাৰৰ তলতীয়া

(১) উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ, (২) বৃটিচ্ বেলুচিস্থান, (৩) আজমীৰ মাৰোৱাৰ (৪) কুৰ্গ, (৫) দিল্লী আৰু (৬) আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জ।

### প্ৰধান প্ৰধান নগৰ

**দিল্লী**—ভাৰতবৰ্ষৰ ৰাজধানী, মুছলমান সম্ৰাটবিলাকৰো ৰাজধানী আছিল। ইয়াৰ ওচৰত যুধিষ্ঠিৰৰ ৰাজধানী ইন্দ্ৰপ্ৰস্থৰ ধ্বংসাৱশেষ দেখা পোৱা যায়। দিল্লীৰ কুতুবমিনাৰ ভাৰতৰ ভিতৰত ওখ স্তম্ভ। ইয়াৰ দুৰ্গ, জুম্মা মসজিদ আৰু দুৰ্গৰ ভিতৰত মুছলমান সম্ৰাটৰ ৰাজপুৰী চাবলগীয়া বস্তু। দিল্লীক এখন সৰু প্ৰদেশ বুলি ধৰে; এজন চীফ্ কমিচনৰ ইয়াৰ শাসন কৰ্ত্তা।

**পঞ্জাব প্ৰদেশ—লাহোৰ** এখন প্ৰধান নগৰ আৰু ৰাজধানী। **চিমলা**—গৱৰ্ণৰ জেনেৰেলৰ গৰমকালি থকা ঠাই। **অমৃতসৰ**—শিখবিলাকৰ সোনৰ মন্দিৰ থকা বাবে বিখ্যাত।

**বঙ্গদেশ—কলিকতা** ভাৰতবৰ্ষৰ ভিতৰত সকলোতকৈ সমৃদ্ধিশালী আৰু বাণিজ্যপ্ৰধান ঠাই, আগেয়ে ভাৰতবৰ্ষৰ ৰাজধানী আছিল। **ঢাকা** বঙ্গদেশৰ দ্বিতীয় ৰাজধানী বুলি ধৰা যায়; তাতৰ কাপোৰ আৰু শঙ্খৰ অলাঙ্কাৰৰ কাৰণে বিখ্যাত।



**মাদ্ৰাজ প্ৰদেশ**—ৰাজধানী **মাদ্ৰাজ** ভাৰতৰ ভিতৰত তৃতীয় সমৃদ্ধিশালী নগৰ। **মাদুৰা; ৰামেশ্বৰ** আৰু **ত্ৰিচিনাপল্লী** মন্দিৰৰ কাৰণে প্ৰসিদ্ধ। **ওয়ালটায়াৰ** সাগৰৰ দাঁতিৰ স্বাস্থ্যনিবাস। **কোইম্বাটুৰ**—ইয়াত এখন কৃষিবিদ্যালয় আছে।

**বোম্বে প্ৰদেশ**—ৰাজধানী **বোম্বে**, সমৃদ্ধিত কলিকতাৰ পিচতেই। **কৰাচি**—প্ৰসিদ্ধ বন্দৰ; মক্কাযাত্ৰীবিলাকে ইয়াতে জাহাজত উঠে। **আহম্মদাবাদ**—কাপোৰ বোৱা কলৰ কাৰণে বিখ্যাত। **পুণা**—এখন সমৃদ্ধিশালী নগৰ, মহাৰাষ্ট্ৰী বিলাকৰ ৰাজধানী আছিল।

**বিহাৰ ও উড়িষ্যা প্ৰদেশ**—ৰাজধানী **পাটনা** বাণিজ্যপ্ৰধান ঠাই। **ৰাঁচি**—দ্বিতীয় ৰাজধানী আৰু স্বাস্থ্যকৰ ঠাই। সাগৰৰ দাঁতিত **পুৰী বা শ্ৰীক্ষেত্ৰ** এখন অতি স্বাস্থ্যকৰ ঠাই; হিন্দুবিলাকৰ প্ৰধান তীৰ্থ।

**যুক্ত প্ৰদেশ—এলাহবাদ বা প্ৰয়াগ,** ৰাজধানী আৰু হিন্দু বিলাকৰ তীৰ্থ ঠাই। **বাৰানসী বা কাশী** আৰু **হৰিদ্বাৰ**—হিন্দুবিলাকৰ প্ৰধান তীৰ্থ ঠাই। **লক্ষ্ণৌ**—এখন পুৰণি নগৰ। **আগ্ৰা**—মাৰ্ব্বল আৰু অইন বহু মূলীয়া পাথৰেৰে কৰা তাজমহল নামে সমাধিমন্দিৰৰ কাৰণে পৃথিবীৰ ভিতৰত বিখ্যাত। ই অতি আচৰিত বস্তু। **কানপুৰ**—১৮৫৭ চনত চিপাহী বিদ্ৰোহৰ সময়ত ইয়াত ভীষণ হত্যাকাণ্ড হয়; জোতা, জিন আদি চামৰাৰে তৈয়াৰী বস্তু, নোম আৰু কপাহৰ

কাপোৰৰ নিমিত্তে বিখ্যাত। **আলিগড়**—ইয়াত মুছলমান ছাত্ৰবিলাকৰ নিমিত্তে এখন বিশ্ববিদ্যালয় আছে।

দেশীয় ৰাজ্যবিলাকৰ ভিতৰত **হায়দ্ৰাবাদ, কাশ্মীৰ, মহীশূৰ** আদি প্ৰধান। হায়দৰাবাদ সকলোতকৈ ডাঙৰ দেশীয় ৰাজ্য। ইয়াৰ ওচৰত **ইলোৰা** আৰু **অজন্তা** পৰ্ব্বতক কাটি তৈয়াৰ কৰা বিচিত্ৰ মন্দিৰ আৰু কাৰুকাৰ্য্যপূৰ্ণ গুহাৰ কাৰণে প্ৰসিদ্ধ। **কাশ্মীৰ** ৰাজ্যৰ ৰাজধানী **শ্ৰীনগৰ** প্ৰাকৃতিক সৌন্দৰ্য্যৰ কাৰণে বিখ্যাত।

**নেপাল** আৰু **ভোটান** দুখন স্বাধীন দেশীয় ৰাজ্য।

### বিদেশীয় অধিকাৰ

**ফৰাচী অধিকাৰ**—বঙ্গদেশত চন্দননগৰ; কৰমণ্ডল উপকূলত ইয়ানাওন, পন্দিচেৰী; কাৰিকল আৰু মালাবাৰৰ উপকূলত মাহী।

**পৰ্ত্তুগীজ অধিকাৰ**—মালাবাৰৰ উপকূলত গোৱা; কঙ্কন উপকূলত ডমন আৰু গুজৰাটত ডিউ।

---

## পৃথিবী আৰু গোলক

ভাৰতবৰ্ষ যে কিমান এখন ডাঙৰ দেশ তাক তোমালোকে জানা। পৃথিবীত এনেকুৱা বহুত ডাঙৰ দেশ আছে। এই কাৰণে পৃথিবীৰ আয়তন কিমান ডাঙৰ ভাবি চোৱা। পৃথিবীৰ আকাৰ





কেনেকুৱা কৰ পাৰাণে ? তোমালোকৰ চাৰিউফালে যি ঠাই দেখিবলৈ পোৱা, ই পৃথিবীৰ তুলনাত অতি সামান্য। এটা প্ৰকাণ্ড গোলাকাৰ পদাৰ্থৰ সামান্য এভাগ যদি কাটি লোৱা যায় তেনেহলে সেই ভাগটো চেপেটা বুলি মনে ধৰে ; কিন্তু যি বস্তুটোৰ পৰা সেই খণ্ড কাটি লোৱা হৈছে, সেই বস্তু চেপেটা নহয়, ঘূৰনীয়াহে। এই দৰে পৃথিবী ইমান ডাঙ্গৰ যে, যেই সেই এঠাইত থিয় হলে ইয়াৰ মাত্ৰ অতি অলপ ভাগহে দেখা যায় আৰু সেই দেখা ভাগ সমতল বুলি অনুমান হয়। দৰাচলতে পৃথিবী সমতল নহয়, ঘূৰনীয়াহে, তাৰ দুটা প্ৰমাণ তলত দিয়া হল :—

১। দূৰৈৰ পৰা কোনো জাহাজ আমাৰ ফালে আহিলে আমি প্ৰথমতে তাৰ মাস্তুলৰ আগটোহে দেখোঁহক ; তাৰ পিচত



জাহাজখন যিমানে ওচৰলৈ আহে, সিমানে তাৰ আন আন ভাগবোৰ দেখি। অৱশেষত একেবাৰেই তলৰ খোলটো দেখিবলৈ পাওঁহক। সাগৰৰ ওপৰ ভাগ কুঁজা দেখিহে জাহাজৰ তলৰ খাপবোৰ নেদেখা হৈ থাকে। পৃথিবী সমান হোৱা হলে, আমি একেবাৰেই গোটেইখন জাহাজ দেখিবলৈ পালোঁহেতেন। ডাঙৰ ডাঙৰ নৈবিলাকতো ঠিক এনেকুৱাই দেখা যায়।

২। পকুৱা এটি সুমথিৰা টেঙ্গা এটাৰ ওপৰেদি পোনে পোনে গৈ থাকিলে, সি আকৌ ঘূৰি ঘূৰি প্ৰথমে যোৱা ঠাইকে



পায় হি। বস্তুটো ঘূৰনীয়া হলেই এনেকুৱা হয়। যদি এখন জাহাজ পূব বা পশ্চিমৰ কোনো ঠাইৰ পৰ ৰাৱণাহৈ দিক নসলোৱাকৈ গৈ থাকে, তেন্তে ই ঘূৰি ঘূৰি আকৌ প্ৰথমে ৰাৱনা হোৱা ঠাইকে পাবহি। পৃথিবী ঘূৰনীয়া নহলে এনেকুৱা হোৱা অসম্ভব।

স্কুলত থকা গোলকটো পৃথিবীৰ এটা সৰু প্ৰতিকৃতি মাথোন। তাৰ ওপৰত মহাদেশ, মহাসাগৰ আদিৰ চিনবিলাকৰ বাহিৰেও বহুত ৰেখা আঁকা আছে। পৃথিবীৰ গাত স্বৰূপতে তেনে আঁক নাই। গণনাৰ হিচাবৰ সুবিধাৰ নিমিত্তে গোলকৰ ওপৰত সেইবোৰ কাল্পনিক ৰেখা টানি লোৱা হৈছে।

গোলকৰ কেন্দ্ৰ ভেদ কৰি উত্তৰৰ পৰা দক্ষিণলৈকে যি ডাল শলা আছে, তাক মেৰুদণ্ড বোলে। শলাডালৰ যি ভাগ গোলকৰ




ভিতৰত থাকে, তাক গোলকৰ ব্যাস বুলিব পাৰি। পৃথিবীৰ

কেন্দ্ৰ ভেদ কৰি এডাল শলা কল্পনা কৰি লোৱা হয়। এই শলা ডালক পৃথিবীৰ মেৰুদণ্ড বা অক্ষদণ্ড বোলে। এই মেৰুদণ্ডৰ উত্তৰ মূৰক **সুমেৰু** আৰু দক্ষিণ মূৰক **কুমেৰু** বোলে।

পৃথিবীৰ ব্যাস পূবৰ পৰা পশ্চিমলৈকে প্ৰায় ৮০০০ মাইল। পৃথিবীৰ পৰিধি ( গাৰ ঘেৰ্‌টো ) ব্যাসৰ তিনিগুণতকৈ অলপ বেচি অৰ্থাৎ প্ৰায় ২৫০০০ মাইল। পৃথিবী উত্তৰে আৰু দক্ষিণে চেপেটা দেখি মেৰুদণ্ড বা উত্তৰ দক্ষিণৰ ব্যাস পূব-পশ্চিমৰ ব্যাসতকৈ ২৬ মাইল কম।

উত্তৰ আৰু দক্ষিণ মেৰুৰ পৰা যি ডাল কাল্পনিক ৰেখাই পৃথিবীখন ঘেৰি সমান দুভাগ কৰিছে তাক **বিষুৱৰেখা** বা **নিৰক্ষবৃত্ত** বোলে। ইয়াৰ উত্তৰ ভাগক **উত্তৰ গোলাৰ্দ্ধ** আৰু দক্ষিণ ভাগক **দক্ষিণ গোলাৰ্দ্ধ** বোলে।

## দিনৰাতি

বেলি ওলোৱাৰ পৰা মাৰ যোৱালৈকে **দিন** আৰু মাৰগৈ আকৌ নেলোৱালৈকে **ৰাতি**। আমি সাধাৰণতে দেখোঁ যে, বেলিটো পূব পিনে ওলাই ঘূৰি ঘূৰি পশ্চিম পিনে মাৰ যায়। কিন্তু প্ৰকৃততে সেইটো নহয়। বেলি একে ঠাইতে থিৰহৈ আছে, পৃথিবীহে ঘূৰিছে।

গোলকটো চাকিৰ আগত থিৰ কৈ ৰাখিলে, তাৰ আদখিনি পোহৰ আৰু বাকী খিনি এন্ধাৰ হয়। পৃথিবীখন নুঘূৰি এনেভাবে থিৰ হৈ থাকিলে, পৃথিবীৰ এভাগত সদাই দিন আৰু আনভাগত



সদাই ৰাতি হৈয়েই থাকিলহেতেন। কিন্তু আমি সততে দিনৰ পিচত ৰাতি আৰু ৰাতিৰ পিচত দিন পাবই লাগিছোঁ। যদি



গোলকটো মেৰুদণ্ডৰ ওপৰত ঘূৰিবলৈ দিয়া যায়, তাৰ আধা ভাগত এবাৰ এন্ধাৰ আৰু এবাৰ পোহৰ হব। ইয়াৰ পৰাই আমি এই সিদ্ধান্ত কৰিব পাৰোঁ যে, সূৰ্য্যটো একে ঠাইতে থিৰ হৈয়ে আছে আৰু পৃথিবীহে তাৰ মেৰুদণ্ডৰ ওপৰত লাটুমৰ দৰে ঘূৰি আছে।

আমি পৃথিবীৰ যি অংশত আছোঁ তাত সূৰ্য্যৰ পোহৰ পৰিলে দিন আৰু আমাৰ বিপৰিত ফালে, আমেৰিকাত, ৰাতি হয়। আকৌ পৃথিবী ঘূৰি গলে যেতিয়া পোহৰ নেপাওঁ তেতিয়া আমাৰ ৰাতি আৰু আমেৰিকাত দিন হয়।

সাধাৰণতে সূৰ্য্যটো হে গৈ থকা যেন দেখা যায়। চলি থকা ৰেলগাৰীত বহি খিৰিকিয়েদি বাহিৰলৈ চালে ৰেলৰ কাষৰ

ঘৰদুৱাৰ, গছলতা আদি পাচৰ পিনে লৰি যোৱা যেন দেখি; বেগাই যোৱা নাও বা জাহাজৰ পৰাও নৈৰ পাৰৰ বস্তুবিলাকক যোৱা যেন দেখি। কিন্তু বাস্তৱতে পাৰৰ বস্তুবোৰ একে ঠাইতেই থিৰ হই থাকে।

পৃথিবী পশ্চিমৰ পৰা পূব মুৰাহৈ ঘূৰি আছে; এই কাৰণে আমি অচল সূৰ্য্যক পৃথিবীৰ গতিৰ বিপৰীত পিনে অৰ্থাৎ পূব পিনে ওলাই পশ্চিমে মাৰ যোৱা যেন দেখোঁ। পৃথিবী যি সময়ত নিজ মেৰুদণ্ডৰ ওপৰত এবাৰ ঘূৰে তাক ২৪ ঘণ্টাত ভগাই লোৱা হৈছে। পৃথিবীৰ এই দৈনিক গতিৰ পৰা দিনৰাতি হয় দেখি, ইয়াক **আহ্নিক গতি** বোলে।

গাড়ীৰ চকা যেনেকৈ ঘূৰি ঘূৰি যায়, পৃথিবীও সেই দৰে মেৰুদণ্ডৰ ওপৰত ঘূৰি ঘূৰি যায়। পৃথিবী মেৰুদণ্ডৰ ওপৰত অলপ কাটিহৈ ৩৬৫ বাৰ ঘূৰিলে এবাৰ সূৰ্য্যৰ চাৰিউফালে ঘূৰি অহা হয়; তেতিয়া ৩৬৫ দিনৰাতি বা এবছৰ হয় আৰু এই গতিক সূৰ্য্যৰ **বাৰ্ষিকগতি** বোলে। বছৰক আমি বাৰ মাহেৰে ভাগ কৰি লওঁ। যি বাটেদি পৃথিবীয়ে সূৰ্য্যক প্ৰদক্ষিণ কৰে সেই বাটৰ নাম **পৃথিবীৰ কক্ষ**।

---

## মহাদেশ আৰু মহাসাগৰ

পৃথিবীৰ গোটেই থলভাগ একলগে লাগি থকা নহয়। অতি বহল লুনীয়া পানী ভাগে ইয়াৰ বেলেগ বেলেগ অংশবিলাকক ঘেৰি আছে। গোটেই থলভাগ পাঁচটো ডাঙৰ ভাগত বিভক্ত। প্ৰতি ভাগক **মহাদেশ** বোলে। ভাৰতবৰ্ষ যি মহাদেশৰ ভিতৰত, সেই মহাদেশৰ নাম **এচিয়া** ( Asia )। এচিয়াৰ উত্তৰ-পশ্চিমে **য়ুৰোপ** মহাদেশ। এচিয়া আৰু য়ুৰোপ পৰস্পৰে লগলাগি যি বহল ভূমিভাগ, তাৰ নাম **য়ুৰেচিয়া** (Eurasia) মহাদেশ। এচিয়াৰ পশ্চিমে আৰু য়ুৰোপৰ দক্ষিণে **আফ্ৰিকা** মহাদেশ। য়ুৰেচিয়া আৰু আফ্ৰিকাৰ চাৰিউফালে বহল লুনীয়া পানী ভাগ। এচিয়াৰ পূবে বহু দূৰৈত পানীভাগৰ সিপাৰে **আমেৰিকা** মহাদেশ। এচিয়াৰ দক্ষিণপূবে পানীৰ মাজত **অষ্ট্ৰেলিয়া** ( Australia ) মহাদেশ।

যি অতি বহল লুনীয়া পানীভাগে পৃথিবীৰ সৰহ ভাগ ঠাই জুৰি আছে, সেই পানীভাগো থলভাগৰ নিচিনাকৈ ডাঙৰ ডাঙৰ পাঁচ খণ্ডত বিভক্ত; তাৰ প্ৰতি খণ্ডক একোখন **মহাসাগৰ** বোলে। এই বহল পানী ভাগৰ মাজে দেশবিলাক থকাত ইয়াক বেলেগ বেলেগ যেন দেখা যায়, কিন্তু আচলতেই পৰস্পৰ লাগি থকা এখন অসীম পানীভাগ মাথোন। তলত মহাসাগৰ কেইখনৰ নাম দিয়া গ'ল :—

১। **প্ৰশান্ত মহাসাগৰ**—(The Pacific Ocean) এচিয়া আৰু আমেৰিকাৰ মাজত। পৃথিবীৰ ভিতৰত এই খনেই আটাইতকৈ ডাঙৰ মহাসাগৰ।

২। **আটলাণ্টিক মহাসাগৰ**—(The Atlantic Ocean) পূবে য়ুৰোপ আৰু আফ্ৰিকা, পশ্চিমে আমেৰিকা।

৩। **ভাৰত মহাসাগৰ**—(The Indian Ocean) ভাৰতবৰ্ষৰ দক্ষিণত।

৪। **উত্তৰ মেৰু মহাসাগৰ**—( The Arctic Ocean ) পৃথিবীৰ উত্তৰ প্ৰান্তত।

৫। **দক্ষিণ মেৰু মহাসাগৰ**—( The Antarctic Ocean) পৃথিবীৰ দক্ষিণ প্ৰান্তত।

পৃথিবীৰ জল আৰু থলভাগৰ পৰিমাণ প্ৰায় ১৯, ৭০,০০,০০০ বৰ্গমাইল। ইয়াৰ চাৰিভাগৰ এভাগতকৈ অলপ বেচি থল আৰু বাকী ভাগ গোটেই জল।

---

# দেশ বিদেশৰ কথা

## (The Principal Countries of the World)

( তলত চমুকৈ পৃথিবীৰ কেথনমান প্ৰধান প্ৰধান দেশ আৰু সেই-বিলাকৰ লোকজনৰ আচাৰব্যৱহাৰ আদিৰ যি বিবৰণ দিয়া হল তাক লৰাবিলাকে অৱশ্যে মুখস্ত কৰিব নেলাগে ; এইবাবে সেইবিলাক দেশৰ প্ৰসিদ্ধ নগৰ আদিৰ নাম পৰ্য্যন্ত উল্লেখ কৰা হোৱা নাই। কিন্তু লৰাবিলাকে এই বিবৰণ পঢ়ি আমোদ পাব আৰু সেই দেশ বিলাকৰ বিষয়ে তেওঁলোকৰ মোটামুটি ধাৰণা হব। শিক্ষক মহাশয়ে গ্ল'বৰ ওপৰত এই দেশবিলাক ক'ত ক'ত আছে লৰাবিলাকক দেখুৱাই দিব। )



### তুন্দ্ৰাঞ্চল আৰু এস্কিমোবিলাকৰ কথা

উত্তৰ মহাসাগৰৰ উপকূলত ভয়ানক জাৰ, বেছিভাগ সময়েই বৰফময় হৈ থাকে। এনে বৰফেৰে ঢাক খাই থকা ঠাইক তুন্দ্ৰা বোলে। তুন্দ্ৰাঞ্চলত বহাগ আৰু জেঠ মাহত অলপ জহ হয়। জাৰকালি এফেলগে কেবা সপ্তাহো বেলি নোলায়। আকৌ জহকালি কেই সপ্তাহমান বেলি মাৰ নেযায় ; কেতিয়াবা মাত্ৰ ২।১ ঘণ্টা মানহে বেলি ওলায়। জহকালটো ইমান অলপ দিনিয়া যে কোনো গছেই তিনি ফিটতকৈ বেচি ওপৰে বাঢ়িব নোৱাৰে। জাৰ গলে তুন্দ্ৰাঞ্চলত গছ লতাদি গজে, হৰেক ৰকমৰ ফুল ফুলে ; প্ৰকৃতিয়ে এক অপূৰ্ব্ব শ্যামল শোভা ধাৰণ কৰে।

তুন্দ্ৰাঞ্চলত বগা ভালুক, শিয়াল, শীল আৰু এক প্ৰকাৰ শিঙ্গাল পহু পোৱা যায়। এই বিলাক জন্তুৰ দীঘল নোম থাকে। ভগবানে জাৰৰ পৰা ৰক্ষা পাবলৈ যেন ইহতক এনে নোম দিছে। তুন্দ্ৰাঞ্চলৰ সাগৰত তিমি মাছ, সিন্ধু ঘোঁৰা বা "ওয়ালৰাস্" নামেৰে জন্তু বাস কৰে। চৰাইৰ ভিতৰত বাদুলীয়ে যেনেকৈ পিয়াহ খায়, পানীত থকা জীবৰ ভিতৰত সেইদৰে তিমি আৰু সিন্ধু ঘোঁৰাই পিয়াহ খায়। তিমি অতি প্ৰকাণ্ড জন্তু, দীঘলে ৪০।৫০ হাত, আৰু ওজনত ২০।২৫টা হাতীৰ সমান হয়। শীলৰ নিচিনা সিন্ধু ঘোঁৰাৰে চাল দীঘল দীঘল নোমেৰে ঢাক খোৱা। হাতীৰ দৰে ইয়াৰো দুই আলুৰ পৰা দুটা বৰ ডাঙৰ দাঁত ওলায়।

উত্তৰ মহাসাগৰৰ উপকূলত ( এচিয়াত আৰু আমেৰিকাত ) এস্কিমো নামেৰে এজাতি মানুহ বাস কৰে। এস্কিমোবিলাক

কঁটিয়া, বলী আৰু শকত আৱত। ইইঁতৰ বৰন তাম ৰৰণীয়া, মুখ চেপেতা, চুলি ঘন আৰু কলা। জন্তুৰ চাল ইইঁতৰ প্ৰধান পোচাক। জহকালি ইইঁত তম্বুত থাকে ; জাৰকালি বৰফৰ ঘৰত



বাস কৰে। ইটাৰে আমি যেনেকৈ ঘৰ সাজোঁ, এস্কিমোবিলাকে তেনেকৈ বৰফ ইটাৰ দৰে ডোখৰ ডোখৰ কৰি ঘৰ সাজে।

ঘৰত চেঁচা বতাহ নোসোমাবৰ কাৰণে ঘৰৰ বেৰত কোনো খিড়িকী বা দুৱাৰ নেৰাখে। এই ঘৰৰ দুৱাৰ মাটিৰ তলত, বেৰৰ পৰা অলপ আতৰেদি, সুড়ঙ্গৰ মাজেদি ঘৰৰ ভিতৰলৈ সোমায়।

এস্কিমোবিলাক চীকাৰত বৰ পাৰ্গত। শীল, বল্‌গা হৰিণ তিমি আদিৰ মাংস ইইঁতৰ প্ৰধান আহাৰ। এস্কিমোবিলাকে



চাৰি চলা কাঠ জোৰাই তাত চামবাৰে চাই এবিধ গাড়ী তৈয়াৰ কৰে, তাত চকা নেথাকে। এই গাড়ীক "শ্লেজ" বোলে। বলগা



হৰিণ বা ডাঙৰ ডাঙৰ কুকুৰে বৰফৰ ওপৰত শ্লেজ গাড়ী টানি লৈ যায়।

## এচিয়াৰ তৃণপ্ৰান্তৰ বা ষ্টেপ

মধ্য এচিয়াৰ পশ্চিমভাগত তৃণময় বহল প্ৰান্তৰক ষ্টেপ্ বোলে। এই অঞ্চলত শীত, বসন্ত আৰু গ্ৰীষ্ম মাত্ৰ এই তিনটাহে ঋতু। শীতকালত গোটেই দেশখন বৰফেৰে ঢাক খাই থাকে। সৰু গছ, ঘাঁহ, লতা আদি সকলোবিলাক মৰি যায়। জাৰৰ শেহত বৰফবোৰে গলি ঠাইবিলাক বোকা হয়। গছ, লতা আদি গজিবলৈ ধৰে ; হৰেক ৰকম ফুল ফুলে। তেতিয়া এই ষ্টেপ্

এনে শোভা ধাৰণ কৰে, যেন কোনোবাই এখন কাৰপেটৰ আসন পাৰিহে থৈছে বুলি অনুমান হয়। জহকালি প্ৰথমতে বৰষুণ নহয়। সূর্য্যৰ তাপ ইমান টান হয় যে ঘাঁহ, বন, গছ, লতা সকলোবিলাক শুকাই যায়; নৈ, বিল, পুখুৰীবিলাকত পানী নোহোৱা হৈ পৰে। প্ৰান্তৰৰ মাজত কেবলমাত্ৰ লোনেহে চিক্‌মিকাই থাকে। জাৰ আৰু জহ ইমান বেছি যে তাত এই দুই সময়ত কোনো গছগছনি গজিব নোৱাৰে। মাজত যি সময় বসন্ত কাল হয়, সেই সময়ত কেবল ঘাঁহ আৰু সৰু সৰু গছৰ বাহিৰে আৰু কিছু গজি উঠিব নোৱাৰে। সেইবাবে ইয়াত শস্যাদিও নহয়। এই ভীষণ ষ্টেপ্ অঞ্চলতো মানুহ বাস কৰে!

ষ্টেপ্ অঞ্চলৰ মানুহবিলাকৰ ভেড়া, ছাগলী, উট, ঘোঁৰা গাধা প্ৰভৃতি পশুৱেই একমাত্ৰ সম্পত্তি। পশুৰ গাখীৰ আৰু মঙহেই ইহতৰ প্ৰধান আহাৰ। পশুৰ চালেই ইহতৰ পিন্ধা কাপোৰ। ইহঁতৰ বন্ধাবঢ়া বাচনবৰ্ত্তন জন্তুৰ চালেৰেই তৈয়াৰী। ইহঁতৰ কোনো চিৰস্থায়ী ঘৰ নাই। ইহতে ভেড়া ছাগলী আদিৰ চৰাবৰ উপযুক্ত নতুন নতুন ঠাই বিচাৰি পশুৰ পাললৈ ঘূৰি ফুৰে আৰু তম্বু টৰি থাকে। মতামাইকী সকলোৱে ঘোঁৰাত উঠিব জানে।

## মৰু অঞ্চল

ষ্টেপৰ দক্ষিণপশ্চিমে আৰব দেশ পৰ্য্যন্ত বহুত ভাগ ঠাইয়েই মৰুভূমি। পৰ্ব্বতৰ টিঙ্গৰ পৰা বৰফ গলি নৈৰ সৃষ্টি হয়। সেই



নৈ মৰুভূমিৰ বালিত যি ঠাইত লীন যায়, সেই ঠাইত পানী পোৱা যায় আৰু মৰুদ্যানৰ সৃষ্টি হয়। মৰু অঞ্চলৰ দাঁতিত যি বিলাক মানুহ বাস কৰে, সেই বিলাকৰ বেছি ভাগেই মুছলমান। আৰব



দেশৰ ভিতৰত মক্কা মুছলমানবিলাকৰ পবিত্ৰ তীৰ্থ ঠাই। মক্কালৈ যাবলৈ মৰুভূমি পাৰ হব লাগে। মৰুভূমিত উটৰ বাহিৰে অইন কোনো জন্তু যাব নোৱাৰে। উটৰ পেটৰ ভিতৰত এটা জোলোঙা আছে, তাত পানী ভৰাই থৈ দিব পাৰে। কাজে কাজেই উটে মৰুভূমিৰ মাজেদি যাওতে পিয়াহ নিবাৰণ কৰিব পাৰে। উটে ইচ্ছামতে নাক আৰু চকু বন্ধ কৰি ৰাখিব পাৰে। কাজে কাজেই মৰুভূমিত বালিৰ পৰা সাধাৰণতে সিহঁতৰ কোনো কষ্ট নহয়। আৰু উটে যেতিয়া খোজ কাঢ়ি গৈ থাকে, সিহঁতৰ

ভৰিৰ তলুৱা বহল হৈ যায় ; এইবাবে ইহঁতৰ ভৰি বালিত সোমায় নেযায়। মৰুভূমিত কোনো কোনো সময়ত বৰ ধুমুহা বতাহ হয়। বালিবোৰ উৰি বাটপথ নেদেখা হয়। অনেক সময়ত মৰুভূমিৰ বাটৰুৱাবিলাকে বাট হেৰুৱাই মৰা পৰে।

## চীন

এচিয়াৰ পূৰভাগত চীন এখন সমৃদ্ধিশালী আৰু বহুত মানুহ থকা দেশ। কাপি, চাউল, চাহ, পাটসূতা আৰু নানাবিধ খনিজ বস্তুৰ নিমিত্তে প্ৰসিদ্ধ।

চীন দেশত ডাঙৰ গছ খুব কম আৰু বাঘ আদি হিংস্ৰ জন্তু প্ৰায় দেখা নেযায়। জন্তুৰ ভিতৰত ঘোঁৰা, গাধা আৰু গাহৰিয়েই বেচি। চীনবিলাক কঁটিয়া। ইহঁতৰ বৰন হালধীয়া, নাক চেপেতা চকু সৰু দাৰিগোফ খুব কম। ইহঁত বৌদ্ধধৰ্ম্মী, কৃষিকাৰ্য্য আৰু শিল্পত বৰ পাৰ্গত। চীন দেশত কেখনমান বৰ ডাঙৰ নৈ আছে। চীন দেশত ইমান বেচি মানুহ আছে যে মাটিত থাকিবলৈ ঠাই নেপায়, নাৱৰ ওপৰত বাস কৰে।

চীনৰ প্ৰাচীৰ পৃথিবীৰ ভিতৰত এটা আচৰিত বস্তু। এই প্ৰাচীৰ মঙ্গলীয়া আৰু চীনৰ মাজত, প্ৰায় ২০০০ মাইল দীঘল, ২০।৩০ ফুট ওখ আৰু ২০ ফুট বহল। ইয়াৰ মাজে গুম্বজ আৰু দুৰ্গ আছে। তাতাৰ জাতিৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ এই অতি আচৰিত গৰ নিৰ্ম্মাণ কৰা হৈছিল।



চীনাবিলাকৰ ৰীতিনীতি বৰ অদ্ভুত। আগৰ দিনত চীনাবিলাকে মুৰত দীঘল টিকনি ৰাখিছিল, কিন্তু অলপ দিন



চীনৰ গড়

হল তেনে টিকনি কাটি পেলাইছে। চীনৰ যি তিৰোতাৰ ভৰি যিমান সৰু সেই তিৰোতা সিমান সুন্দৰী। সেই বাবে অতি কষ্ট সহ্য কৰি চীনৰ তিৰোতা মানুহে সৰু কালৰে পৰা ভৰিত লোৰ জোতা পিন্ধে। অনেক সময়ত এনে কৰোতে ভৰি বেয়া হৈ যায়। চীনাবিলাকৰ মুনিহ, তিৰোতাসকলোৰে

ঢিলা পোচাক পিন্ধে। ইহঁতে দুডাল বাহৰ কাঠিৰে খোৱা বস্তু মুখলৈ নি খায়। গৃহস্থৰ বেমাৰ নহলে বেজে দৰমহা পায়; বেমাৰ আজাৰ হলে দৰমহা বন্ধ হয়। লৰাবিলাকে শিক্ষকৰ ফালে পিঠি দি পঢ়ে। আমাৰ কিতাপৰ পহিলা পিঠি চীনাবিলাকৰ কিতাপৰ শেষ পিঠি। চীনা লৰাবিলাক মাকবাপেকৰ বৰ ভক্ত।

## জাপান

চীনৰ পূবে জাপান দ্বীপপুঞ্জ। নানাবিধৰ সুন্দৰ সুন্দৰ ফুলৰ কাৰণে জাপান বিখ্যাত। জাপানীবিলাক দেখিবলৈ প্ৰায় চীনাবিলাকৰ নিচিনা। সিহঁতৰ আচাৰব্যবহাৰো চীনা-বিলাকৰ নিচিনা। সৰহ ভাগ জাপানীয়েই বৌদ্ধ। জাপানী বিলাকৰ নিচিনা। সৰহ ভাগ জাপানীয়েই বৌদ্ধ। জাপানী মাইকীমানুহে চুলি বৰ গৌৰবৰ বস্তু বুলি ধৰে। অনেক মাইকীমানুহে ঘৰে ঘৰে চুলি বান্ধি জীৱিকা নিৰ্ব্বাহ কৰে। জাপানী মাইকীমানুহে খোপা বেয়া হয় বুলি কাঠৰ গাৰুত ডিঙি থৈ শোৱে। জাপানীবিলাকে খেৰ আৰু কাগজেৰে অতি সুন্দৰ সুন্দৰ বস্তু তৈয়াৰ কৰিব পাৰে। এই বিলাক বস্তুৱে পৃথিবীৰ সকলো ঠাইত আদৰ পায়। জাপানীবিলাক বৰ কৌশলী আৰু পৰিশ্ৰমী। সিহতে খুব বিজ্ঞান চৰ্চ্চা কৰে। সভ্যতাত জাপান অন্যান্য জাতিৰ সমান হৈ উঠিছে।

## আফ্ৰিকা

আফ্ৰিকা জীৱজন্তুৰ কাৰণে বিখ্যাত। জিৰাফ্, জেব্ৰা, উট চৰাই, জলহস্তী, বনমানুহ কেৱল আফ্ৰিকাৰ হাবিতহে পোৱা যায়।



ইয়াৰ বাহিৰেও হাতী, সিংহ, গঁড় ইত্যাদিৰ সংখ্যা খুব বেচি; কিন্তু বাঘ কতো দেখা নেযায়। নৈবিলাকতো অসংখ্য ঘৰিয়াল আছে।

আফ্ৰিকাৰ হাবিত অনেক অসভ্য জাতি বাস কৰে। ইহঁতক সাধাৰণতে নিগ্ৰো বোলে। ইহঁতৰ ভিতৰতে আকৌ কেবা শ্ৰেণীৰো আছে। নিগ্ৰোবিলাক ঘোৰ ক'লা। ইহঁতৰ চুলি কিচ্‌কিচ্ কৰে ক'লা। ইহঁতৰ চুলি চুটি আৰু ভেড়াৰ নোমৰ নিচিনা কেকোৰাকেকুৰি। নাক চেপেতা আৰু লেৰুৱা ওঠা। দেখিবলৈ বৰ কুৎচিৎ। ইহঁত বৰ অসভ্য। গাত নিচেই অলপ



পিৰামিড

কাপোৰ পিন্ধে। ইহঁত খেৰৰ ঘৰত থাকে। ইহঁতৰ খোৱাবোৱা ৰাক্ষসৰ নিচিনা, কেচা মঙহো খায়। নিগ্ৰোবিলাক লাহে লাহে সভ্য হৈ উঠিছে।

আফ্ৰিকাৰ উত্তৰ-পূবে মিশৰ বা ইজিপ্ট্ অতি প্ৰাচীন দেশ। মিশৰবাসী প্ৰধানতে মুছলমান। ৫০০০ বছৰৰ আগতো মিশৰ সভ্যতাৰ লীলাভূমি আছিল। মিশৰৰ পিৰামিড পৃথিবীৰ এটা আচৰিত বস্তু। পিৰামিডৰ ভিতৰত ৰজাবিলাকৰ মৰা শ এৰিধ আৰকত তিয়াই থৈ দিয়ে আৰু এই শ নেগলে। এই দৰে ৰখা শবিলাকক 'মামি' বোলে। পিৰামিডৰ ভিতৰত হেজাৰ হেজাৰ বচৰৰ আগৰ 'মামি' পোৱা গৈছে।

আফ্ৰিকাত চাহাৰা নামে এখন মৰুভূমি আছে। পৃথিবীত ইমান ডাঙ্গৰ মৰুভূমি আৰু ক'তো নাই।

## য়ুৰোপ

এশিয়াৰ পশ্চিমে য়ুৰোপ মহাদেশ। য়ুৰোপৰ প্ৰায় সকলো জাতিয়েই সুসভ্য, শিক্ষা, ব্যৱসায় সকলো বিষয়তে উন্নত। ইংৰাজবিলাক য়ুৰোপৰ ব্ৰিটিশ দ্বীপপুঞ্জৰ অধিবাসী। একমাত্ৰ তুৰস্কদেশৰ অধিবাসীবিলাক মুছলমান। ইয়াৰ বাহিৰে য়ুৰোপৰ অন্যান্য জাতিবিলাক খ্ৰীষ্টিয়ান।

য়ুৰোপৰ ক'তো মৰুভূমি নাই। এচিয়াৰ নিচিনা ইয়াৰো উত্তৰ ভাগ 'তুন্দ্ৰা'। দক্ষিণপূব য়ুৰোপৰ (ৰুচিয়াৰ) ষ্টেপ্ অঞ্চলৰ অৱস্থা এচিয়াৰ ষ্টেপ্ অঞ্চলৰ দৰেই। য়ুৰোপত ঘোঁৰাৰ সংখ্যা ইমান বেচি যে গৰুৰ পৰিবৰ্ত্তে ঘোঁৰাৰে হাল বায়। য়ুৰোপত ওক্, বীচ, কৰ্ক এই তিন জাতি গছেই ডাঙ্গৰ। সকলো ঠাইতে বাৰ্লি, ম, যব আৰু আলু আদি শস্য আৰু আপেল, আঙ্গুৰ, পীচ



প্ৰভৃতি ফল পোৱা যায়। খনিজ বস্তুৰ নিমিত্তে য়ুৰোপ পৃথিবীৰ ভিতৰত শ্ৰেষ্ঠ। ব্ৰিটিশ দ্বীপপুঞ্জত কয়লা আৰু লো যিমান পোৱা যায়, পৃথিবীৰ আৰু অইন কোনো ঠাইত সিমান পোৱা নেযায়। **লণ্ডন** টেমচ্ নৈৰ পাৰত ব্ৰিটিশ দ্বীপপুঞ্জৰ ৰাজধানী, পৃথিবীৰ ভিতৰত সকলোতকৈ ডাঙ্গৰ নগৰ আৰু বেহাবেপাৰৰ সৰ্ব্বশ্ৰেষ্ঠ কেন্দ্ৰস্থান। লণ্ডনত টেমচ্ নৈৰ তলেদি গাড়ী, মানুহ আদি অহাযোৱা কৰিবৰ নিমিত্তে এটা বৰ ডাঙ্গৰ সুড়ঙ্গ আছে।

## আমেৰিকা

১৪৯৩ চনত জেনোৱা নগৰৰ কলম্বচে ভাৰতবৰ্ষলৈ ৰওনা হৈ মধ্য আমেৰিকাৰ পূবে থকা ওৱেষ্ট ইণ্ডিজ্ দ্বীপপুঞ্জ আবিষ্কাৰ কৰে। কেই বছৰমানৰ পিচত আমেৰিগো বেচপুচি নামে ইটালীদেশৰনাৱৰীয়া এজনে এই দ্বীপৰ ওচৰৰ মহাদেশখন আবিষ্কাৰ কৰি নিজৰ নাম অনুসাৰে ইয়াৰ নাম আমেৰিকা দিয়ে।

আমেৰিকা আবিষ্কাৰ হোৱাৰ পিচৰ পৰাহে য়ুৰোপৰ মানুহবিলাকে তাত বাস কৰিবলৈ আৰম্ভ কৰিছে। গতিকে বৰ্ত্তমানে এই মহাদেশত য়ুৰোপৰ মানুহৰ সংখ্যাই বেচি। ইংৰাজ, স্পেন, পৰ্ত্তুগীজ, জাৰ্ম্মাণ, আৰু ফৰাচী জাতিয়েই আমেৰিকাৰ ঘাই বাসীন্দা। উত্তৰ আমেৰিকাত ইংৰাজৰ সংখ্যা বেচি; কিন্তু কানাডা অঞ্চলত সৰহ ভাগেই ফৰাচী। আমেৰিকাৰ আদিমবাসীবোৰৰ সংখ্যা দক্ষিণ আমেৰিকাতেই বেচি। ইহঁতক **ৰেড ইণ্ডিয়ান** বোলে। ইহঁতৰ সংখ্যা

লাহে লাহে কমি আহিছে। আগেয়ে আমেৰিকাত **বাইচন** (Bison) নামে এজাতি ম'হ পালে পালে চৰি ফুৰিছিল। ইহঁত বৰ ৰাগী আৰু প্ৰাণীমাত্ৰকে খেদে। য়ুৰোপৰ মানুহবিলাকে চিকাৰ কৰি ইহঁতক নিৰ্ম্মুল কৰি পেলাইছে। আমেৰিকাত এবিধ বৰ বিষাল সাপ আছে। সিহঁতৰ নেজত কেটামান হাৰৰ চকৰি আছে, যাওঁতে খৰ্ খৰ্ শব্দ হয়। এই বাবেই ইহঁতক ইংৰাজীতে 'ৰেটল্ স্নেক্' ( খৰ্ খৰ্ শব্দকাৰী সাপ ) বোলে। এই সাপে কামোৰা মাত্ৰকে প্ৰাণ যায়। মেক্সিকো আৰু ওৱেষ্ট ইণ্ডিজ দ্বীপবিলাকত **কোকিনেল** (Cochinel) নামে এজাতি পোক আছে; এই পোকৰ পৰা উত্তম লা হয়।

দক্ষিণ আমেৰিকাত **লামা** আৰু **আলপকা** নামে এবিধ উট জাতীয় জন্তু আছে। সিহঁতৰ নোমেৰে সুন্দৰ মূল্যবান কাপোৰ তৈয়াৰ কৰা হয়। আলপকা কাপোৰ এই আলপকা জন্তুৰ লোমৰ পৰাই হয়। **পিউমা** নামে এজাতি সিংহ আৰু **জেগুৱাৰ** নামে এজাতি বাঘ এই দেশৰ প্ৰধান হিংস্ৰক জন্তু। ইয়াৰ বাজে **টাপিৰ, আৰ্মাডিলো,** শ্লথ নামে দাঁত নগজা পশু, **কণ্ডৰ** বুলি এবিধ শগুণ, **ৰী** নামে এজাতি উট চৰাই দক্ষিণ আমেৰিকাৰ হাবিত থাকে।

## অষ্ট্ৰেলিয়া

পৃথিবীৰ ভিতৰত বৃহত্তম দ্বীপ, প্ৰশান্ত মহাসাগৰ পূবফালে; মহাদেশ হিচাবে ক্ষুদ্ৰতম। অষ্ট্ৰেলিয়াত ক'তো ডাঙ্গৰ হাবি নাই।



পূব উপকূলত গম, পিপাৰমেণ্ট আৰু ইউকেলিপ্‌টাচ্ প্ৰভৃতি গছ দেখা যায়। ইয়াৰ ইউকেলিপ্‌টাচ্ গছ ৪৮০ ফুটলৈকে ওখ হয়। পৃথিবীৰ আন কোনো ঠাইতে ইমান ওখ গছ নাই। পিপাৰমেণ্ট আৰু ইউকেলিপটাচৰ পৰা ঔষধ হয়। আগেয়ে ইয়াত কোনো শস্য নাছিল। য়ুৰোপীয়ান্‌বিলাকে স্বদেশৰ পৰা গম, গোমধান, পীচ্, আঙুৰ, সুমথিৰা টেঙ্গা আদি আনি ৰুইছেহি। পোহনীয়া গৰু, ম'হ, ঘোৰা, ভেড়া, ছাগলি আদিও নাছিল। য়ুৰোপীয়ান বিলাকেহে স্বদেশৰ পৰা আনি পুহিছে।

অষ্ট্ৰেলিয়াৰ সকলোৱেই অদ্ভুত। হাতী, সিংহ, বাঘ আদি জন্তু ক'তো দেখিবলৈকে নাই। এই দেশৰ জন্তুবিলাকৰ পেটত বৰ এখন মোনা থাকে। পোৱালিবোৰ ডাঙ্গৰ নোহোৱালৈকে সেই মোনাতে বাস কৰে। এই বিধৰ জন্তুৰ ভিতৰত **কেঙ্গেৰুৱেই** আটাইতকৈ ডাঙ্গৰ। ইহঁতৰ আগৰ ঠেঙ্গ চুখন, পিচৰ চুখনতকৈ চুটি হোৱাই দৌৰিব নোৱাৰে; কিন্তু শকত নেজৰ ওপৰত ভিৰদি জপিয়াই জপিয়াই বেগাই যাব পাৰে। এই দেশৰ **আপেচাম** পশুৰ নোমেৰে কম্বল তৈয়াৰ কৰে। অষ্ট্ৰেলিয়াত ইমু বুলি এবিধ ডাঙৰ চৰাই আছে। গাৰ জোখাই ডেউকা সৰু, এই নিমিত্তেই উৰিব নোৱাৰে। কিন্তু উট চৰাইৰ দৰে বেগাই লৰি যাব পাৰে। এই দেশত **প্লাটিপাচ্** বা **হাঁহঠুটীয়া** নামে আৰু এক শ্ৰেণীৰ অদ্ভুত জীৱ দেখা যায়। ঠোঁট হাঁহৰ ঠোঁটৰ দৰে অথচ গাত পাখি নাই, নোমেৰে ঢাক খোৱা। ইহঁতে কণী পাৰে, কিন্তু পোৱালিবোৰক পিয়াহ খুৱায়।

খনিজ দ্ৰব্যৰ নিমিত্তে অষ্ট্ৰেলিয়া প্ৰসিদ্ধ। ইয়াৰ পশ্চিম ভাগত সোণ, দক্ষিণ ভাগত তাম, নিউ চাউথ্ ওৱেল্‌চত কয়লা আৰু কুইন্সল্যাণ্ডত টিনৰ খনি আছে। এই দেশৰ পৰা ভেৰাৰ নোম, পনিৰ, নানাবিধ শস্য, সোণ, লো, কয়লা আদি বহু পৰিমাণে চালান হয়।

অষ্ট্ৰেলিয়াৰ আদিমবাসী মালয় জাতীয় মানুহ। ইহঁতৰ সংখ্যা লাহে লাহে কমি আহিছে।

---

## বৃটিচ সাম্ৰাজ্য

(গ্ল'বত দেখুৱাব লাগে)

য়ুৰোপ মহাদেশৰ আটলাণ্টিক মহাসাগৰত থকা গ্ৰেট ব্ৰিটেন (ইংল্যাণ্ড আৰু স্কট্‌ল্যাণ্ড) আৰু আয়ৰ্ল্যাণ্ড দ্বীপৰ বাসীন্দা-বিলাকক বৃটিচ্ বোলে। য়ুৰোপৰ প্ৰায় সমুদায় জাতিয়েই স্বাধীন; তাৰ ভিতৰত বৃটিচ্ জাতি ক্ষমতাত সৰ্ব্বপ্ৰধান। বৃটিচ্ দ্বীপপুঞ্জ আৰু বৃটিচ্ জাতিৰ দখলত থকা পৃথিবীৰ গোটেই দেশবিলাক ধৰি **বৃটিচ্ সাম্ৰাজ্য**। গোলকতৈ ঘুৰাই ৰঙা ঠাইবিলাকলৈ চালে দেখিবা, বৃটিচ সাম্ৰাজ্যয়ে গোটেই পৃথিবী বিয়াপি আছে। **"বৃটিচ সাম্ৰাজ্যত বেলি মাৰ নেযায়"** ইয়াৰ অৰ্থ এই যে, বৃটিচ ৰাজ্য পৃথিবীৰ কেয়োভাগতে



আছে। বৃটিচ ৰাজ্যৰ এভাগত বেলি মাৰ গলে অন্য ভাগত আকৌ উদয় হয় গৈ।

আমাৰ মাতৃভূমি ভাৰতবৰ্ষ, ইয়াৰ ওচৰৰ সিংহল আৰু অন্যান্য দ্বীপপুঞ্জ, বেলুচিস্থান, ব্ৰহ্মদেশ, প্ৰণালী উপনিবেশ বা ষ্ট্ৰেট্‌চ্ চেটেল্‌মেণ্ট, পিনাং (মালয় দ্বীপপুঞ্জৰ ভিতৰত), বোৰ্ণিয়ো দ্বীপৰ উত্তৰ অংশ আৰু চীনৰ দক্ষিণত থকা হংকং দ্বীপ—এই আটাইবিলাকেই ইংৰাজৰ অধীন।

ভাৰতবৰ্ষৰ পৰা য়ুৰোপলৈ বা পশ্চিমৰ কোনো দেশলৈ যাব লাগিলে বোম্বাইত জাহাজত উঠিব লাগে। জাহাজ লোহিত সাগৰৰ মুখৰ এডেন হৈ চুৱেজ খালেদি ভূমধ্যসাগৰত সোমায় আৰু তাৰপৰা জিব্ৰাল্টাৰেদি আটলাণ্টিক মহাসাগৰত পৰি গন্তব্য ঠাইলৈ যায়। এডেন বন্দৰ, ভূমধ্যসাগৰৰ চাইপ্ৰচ্, মাল্টা আৰু জিব্ৰাল্টাৰ ইংৰাজৰ তলতীয়া।

লোহিত সাগৰৰ পশ্চিমে আৰু ভূমধ্যসাগৰৰ দক্ষিণে আফ্ৰিকা মহাদেশ। এই মহাদেশৰ দক্ষিণত কেপ ক'ল'নি, নেটাল, জুলুল্যাণ্ড, বাচুটোল্যাণ্ড, ট্ৰান্‌চ্‌ভাল, অৰেঞ্জ প্ৰদেশ আৰু ৰোডেচিয়া; পশ্চিমত গাম্বিয়া, স্বৰ্ণোপকূল, লাগোচ আৰু নাইজীৰিয়া; উত্তৰত মিচৰদেশ; পূবত জাঞ্জিবাৰ আৰু চোমালিল্যাণ্ড—আটাই-বিলাকেই ইংৰাজৰ অধীন। আফ্ৰিকাৰ পশ্চিমে আট্‌লাণ্টিক মহাসাগৰৰ চেণ্টহেলেনা আদি দ্বীপো ইংৰাজৰ তলতীয়া।

ভাৰত মহাসাগৰৰ পূবপ্ৰান্তৰ অষ্ট্ৰেলিয়া মহাদেশ, ইয়াৰ ওচৰৰ টাচ্‌মেনিয়া আৰু নীউজীল্যাণ্ড দ্বীপো ইংৰাজৰ অধীন;

ইয়াৰ বাহিৰেও প্ৰশান্ত মহাসাগৰত ইংৰাজৰ বহুত দ্বীপ আছে।

প্ৰশান্ত মহাসাগৰৰ পূব ফালে আমেৰিকা। উত্তৰ আমেৰিকাৰ উত্তৰত কানাডা ৰাজ্য; পূবত নিউফাউণ্ডল্যাণ্ড, বৰ্ম্মুডাচ্ আৰু বাহামা আদি দ্বীপবোৰ; দক্ষিণত জ্যামেকা; দক্ষিণ আমেৰিকাৰ উত্তৰত গিয়ানা আৰু সৰু সৰু দ্বীপবিলাক বৃটিচ্ সাম্ৰাজ্যৰ ভিতৰত।

য়ুৰোপৰ মহাসমৰৰ ফলত এচিয়াৰ মেচপোটেমিয়া আৰু পেলেষ্টাইন প্ৰভৃতি কেইখনমান ঠাই ইংৰাজৰ শাসনত আছে।

বৃটিচ্ সাম্ৰাজ্য অকলে পৃথিবীৰ পাঁচ ভাগৰ এভাগ আৰু লোকসংখ্যাও প্ৰায় চাৰি ভাগৰ এভাগ।

---

## সমাপ্ত